# জগন্নাথ বৰুৱা কলেজ আলোচনী

১৫শ সংখ্যা

১৯৫৫



—অসমীয়া শাখা—





সম্পাদক—শৰৎচন্দ্ৰ দত্ত

## জগন্নাথ বৰুৱা কলেজ আলোচনীৰ

# নিয়মাৱলী

১। এই আলোচনীৰ নাম জগন্নাথ বৰুৱা কলেজ আলোচনী।

২। আলোচনীৰ যাবতীয় প্ৰবন্ধ-পাতি কাগজৰ এপিঠিত পৰিষ্কাৰকৈ লিখি সম্পাদকৰ নামে পঠাব।

৩। অসমীয়া শাখাৰ দায়িত্ব আলোচনীৰ অসমীয়া শাখাৰ সম্পাদকৰ ওপৰত আৰু ইংৰাজী শাখাৰ সম্পাদকৰ ওপৰত ইংৰাজী শাখাৰ ভাৰ থাকিব।

৪। গল্প কবিতা, প্ৰবন্ধ আৰু অনুবাদ আদি যাবতীয় প্ৰবন্ধ-পাতি আলোচনীৰ কাৰণে গ্ৰহণ কৰা হ'ব।

৫। আলোচনীৰ উপযোগী বিজ্ঞাপন গ্ৰহণ কৰা হ'ব।

৬। এই আলোচনী বছৰী দুটা সংখ্যা প্ৰকাশ কৰা হ'ব। এটা সংখ্যা কলেজ গৰম বন্ধৰ আগত, আনটো সংখ্যা পূজা বন্ধৰ আগত। পূজা বন্ধৰ আগত যিটো সংখ্যা ওলাব সেই সংখ্যা সকলো Report আদি লৈ এটা পূৰ্ণ সংখ্যা ৰূপে প্ৰকাশ হ'ব।

---

# আলোচনী অসমীয়া শাখাৰ চাব কমিটি

১৯৫৫

সম্পাদক—শৰৎচন্দ্ৰ দত্ত

সভাসকল—শ্ৰীকমলেশ্বৰ শইকীয়া
" বীৰেণ গোহাই
" নবীন কেওট
" যতীন গোস্বামী
" প্ৰফুল্ল ৰাজগুৰু
" দামোদৰ বৰুৱা

উপদেষ্টা—অধ্যাপক চৈয়দ আব্দুল মালিক এম্‌.এ,



## J. B. College Magazine 1955.

**Sub-Committee ( English Section. )**

**Editor—Syed Hassinur Rahman.**

Rajen Borthakur Member
Jiten Chakravarty ,,
Golap Khound ,,
Chandra Kotoky ,,
Nirmalkanti Das. ,,

**Prof. A. Malik, M. A. Prof. incharge.**

# সূচী

## CONTENTS

# তুলসীদাসী ৰামায়ণৰ অসমীয়া অনুবাদ

অধ্যাপক নবীন গোস্বামী এম্, এ
ভাইস প্ৰিন্সিপেল।

যোৰহাটৰ ঢকীয়াজুলীৰ শ্ৰীযুত খিৰেশ্বৰ বৰদলৈৰ সৌজন্যত এখন পুথি পোৱা গৈছে ই হংসকাকী বুলি পৰিচিত। কিন্তু হংসকাকী সৰৱৰহী নাম। মহাভাৰত বা অন্য পুৰাণৰ ওপৰত আশ্ৰয় কৰি লিখা কেইবাখনো পুথি পোৱা গৈছে; সেইবিলাকেও হংসকাকী নকিতাৰ উল্লেখ কৰে। প্ৰকৃত হংসকাকী কিবা সংস্কৃত পুথি আছে যদিও সি মহাভাৰত, ৰামায়ণ বিভিন্ন গ্ৰন্থৰ আশ্ৰয় হব নোৱাৰে। তুলসী দাসৰ ৰামায়ণত হংসকাকৰ বৃত্তান্ত আছে। তাৰ পৰাই এই গ্ৰন্থই এনে নাম পাইছে। ৰামসৰস্বতীৰ অপ্ৰকাশিত বৃহত্ কাব্য ব্যাসাশ্ৰমতো হংসকাকীৰ উল্লেখ কৰিছে। সম্ভৱ এইটো কাল্পনিক নাম তুলসীদাসৰ ৰামায়ণৰ অন্য কাণ্ডবিলাকৰ ভাঙনী অসমীয়াত পোৱা নাই। উত্তৰাকাণ্ডৰ এই অনুবাদহে পোৱা গৈছে। যেই হওক সি কেনেকৈ তুলসী দাসৰ খ্যাতি ভাৰতবৰ্ষৰ পূৰপ্ৰান্ত পৰ্য্যন্ত বিয়পি পৰিছিল আমাৰ অসমীয়া অনুবাদে সেইটো নিৰ্বিবাদে প্ৰমাণ কৰে। ভক্তি প্ৰধান কাব্য কাৰণে তুলসী দাস অসমত জনপ্ৰিয় হোৱাৰ আন এটা প্ৰধান কাৰণ। তুলসী দাসৰ দৰে ইয়াতো প্ৰথমে শিৱৰ বন্দনা, কিন্তু ই মূলতেই পৃথক—

জয় জয় বিশ্বেশ্বৰ ঈশ্বৰ মুৰাৰি। জয় হৰি দিগম্বৰ সৃষ্টি লয়কাৰী ॥
বিকট পিঙ্গট জটা মুকুট প্ৰকাশ। উৰগ সুভগ গঙ্গে তৰঙ্গ বিলাস ॥
নিশাকৰ শোভাকৰ লেখৰ প্ৰকৰ। মুণ্ডমালা লোলে গলে তনু ৰুচিকৰ ॥
........................ সুশোভন। ভূতি বিভূষিত তনু বৃষভ বাহন ॥
সৰ্ব্বভূতময় খট্বাঙ্গ শায়ক। নিৰঞ্জন ত্ৰিনয়ন .................. ॥
গৌৰীকান্ত শান্ত দান্ত দুৰিত নাশন। স্মৰ হৰ শূলধৰ প্ৰণত পালন ॥
বন্দো শিৱ জগন্নাথ কৰুণা সাগৰ। মৃত্যুঞ্জয় নিৰাময় ভৱভয় হৰ ॥
নবীন প্ৰবীণ চাৰু চৰণ শোভন। নমো নমো বিশ্বৰূপ বিধিনি মণ্ডন ॥

তাৰ পাছত কমলেশ্বৰ সিংহৰ বৰ্ণনা—

জয় জয় ধৰ্ম্মময় গৰিষ্ঠ ভূপাল। শান্ত দান্ত নৰকান্ত পৰম কৃপাল ॥
গুণৰ মন্দিৰ ধীৰ নৃপৰ আশ্ৰয়। শ্ৰীমন্ত কমলেশ্বৰ সিংহ মহাশয় ॥
কীৰ্ত্তিমন্ত গুণৱন্ত শ্ৰীমন্ত মহন্ত। দয়াৱন্ত বিত্তাৱন্ত মহানীতিৱন্ত ॥
হৰ্ষবন্ত ৰতিমন্ত অতি সুভাবিত। গৌৰবৰ্ণ চাৰুকৰ্ণ কুণ্ডলে মণ্ডিত ॥
নীলকেশ সুবেশ কুটিল অতিশয়। ছত্ৰাকৃতি মাথ নৰনাথ মহাশয় ॥
বদন মণ্ডল চাৰু প্ৰফুল্ল কমল। পদ্মদল নিন্দি আছে নয়ন যুগল ॥
কামচাপময় ভ্ৰূ মনোহৰ অতি। বিম্বাধৰ কুন্দহৰ দশন পঙ্কতি ॥
ললিত বলিত তনু মধুৰ মুৰুতি। দৰশনে কামিনীৰ হৰয় সুকৃতি ॥
শোভন ভূষণ নানা ৰতনে জৰিত। অনঙ্গ বিভঙ্গ অঙ্গ আহন্ত ৰঞ্জিত ॥
প্ৰচুৰ মধুৰ বাক্য অমৃত স্ৰবিত। পিয়ন্তে পিয়ন্তে অতি নোহয় তৃপিত ॥
কীৰ্ত্তি নিশাকৰ ৰশ্মি ভূমিত ৰঞ্জিত। নবীন প্ৰবীন বিপুগণ সঙ্কোচিত ॥
বিভৱ প্ৰভাৱ অতি প্ৰচণ্ড মাৰ্ত্তণ্ড। প্ৰকাশিত অতি তাপ চণ্ড ভূমিখণ্ড ॥
নীতিজ্ঞ কৃতজ্ঞ প্ৰাজ্ঞ গুণেৰ সাগৰ। নিজগুৰু পাদপদ্মে যেন মধুকৰ ॥
দানধৰ্ম্মে নানা কৰ্ম্মে পূৰিত ভুবন। যেহেন অচ্যুত সৰ্ব্বভূত আৱৰণ ॥

মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ প্ৰশস্তি :—

হেন নৃপতিৰ সৰ্ব্ব কাৰ্য্যৰ আলয়। মহন্ত অমাত্য সৰ্ব্বসাধ্য গুণময় ॥
পৰম গম্ভীৰ ধীৰ বীৰ মন্ত্ৰীবৰ। সুজ্ঞান বিজ্ঞানশালী দয়াৰ সাগৰ ॥
পূৰ্ণানন্দ নামে খ্যাত আনন্দ অপাৰ। ৰাজমন্ত্ৰী বুঢ়াগোহাঁই জগতে প্ৰচাৰ ॥
দানেমানে কৰ্ম্মেধৰ্ম্মে কেৱলে প্ৰবীণ। ব্ৰাহ্মণ সজ্জন পদৰত নোহে হীন ॥
মহানীতিমন্ত সন্ত মন্ত্ৰণাত ধীৰ। কৃপাৰ সাগৰ সাৰ গুণেৰ মন্দিৰ ॥
নৃপ আজ্ঞাগণ যাৰ শিৰৰ ভূষণ। শুনি মন পদ্মে যেন ভৃঙ্গজনাঙ্গণ ॥
পুত্ৰবতে সততে পালয় প্ৰজাচয়। যেহেন সুবুদ্ধজনে মনক ৰাখয় ॥
যাৰ সুমধুৰ মৃদু বাক্য শশধৰে। প্ৰাণীৰন কৈতৱক বিকশিত কৰে ॥
নীতি বিবেচক ন্যায় পক্ষ ৰক্ষাকাৰি। দণ্ডক বিধান কৰে যুক্তি অনুসৰি ॥
যাৰ যশৰাশি নানা দেশে বিৰাজিত। সৰ্ব্বজনে শুনি যেন পিয়য় অমৃত ॥
লাৱণ্য মধুৰ মূৰ্ত্তি বিক্ৰমে চতুৰ। পৰম দয়ালু শান্ত জগতে প্ৰচুৰ ॥
হেন চাৰু মন্ত্ৰীবৰে কৰি বিমৰ্ষণ। অনুমতি মোক আদেশিলা হৰ্ষমন ॥
তুলসীদাসৰ চাৰু কৃত ৰামায়ণ। সাকাতে অমৃত যেন পৰম শোভন ॥

ৰামৰ পৰম ভক্ত জগতে প্ৰখ্যাত। নৰদেহে হৈল যিটো ৰামৰ সাক্ষাত ॥
ৰাঘৱৰ প্ৰসাদত ৰামলীলা গণ। যাহাৰ কণ্ঠত স্থিতি হৈল সৰ্ব্বক্ষণ ॥
পশ্চিম ভাষায়ে সিটো ৰামলীলা যত। নানা ছন্দে নিবন্ধিলা উত্তৰাকাণ্ডত ॥
তান ভাষাচয় মহামন্ত্ৰী আজ্ঞা ধৰি। অল্পমতি শ্ৰীকান্তে মতিক অনুসৰি ॥
শ্ৰীৰাম চৰণ নমি থিৰ কৰি মন। পদবন্ধে নিবন্ধিলো কৰিয়া যতন ॥

শ্ৰীকান্তৰ পৰিচয় :—

দৈৱজ্ঞ কুলত জাত শ্ৰেষ্ঠ মজুন্দাৰ। তাহান কনিষ্ঠ পুত্ৰ মতি সুকুমাৰ ॥
ৰাঘৱ পদক নমি মুগুধ শ্ৰীকান্তে। ভণিল শ্ৰীৰামলীলা পৰম একান্তে ॥

গ্ৰন্থৰ শেহতো পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বন্দনা আছে :—

জয়তি শ্ৰীমন্ত মন্ত্ৰীবৰ পূৰ্ণানন্দ। সৰ্ব্বগুণাশ্ৰয় ধীৰ বীৰ সদানন্দ ॥
নানা নীতি বিজ্ঞশালী কৃপাৰ ভাজন। দ্বিৰদ গমন চাৰু সুচান্দ বদন ॥
সিংহবন্ধ কটি গ্ৰীৱ গৌৰাঙ্গ বৰণ। ৰূপে কামদেৱ সম জগত মোহন ॥
নানা মতে ভগ্নৰাজ্য কৰিয়া বিচাৰ। দুখহন্তে লোকগণ কৰিলা উদ্ধাৰ ॥
পুত্ৰৱতে সদা জাক কৰিয়া পালন। দুখী ভিক্ষী সৱাহাৰে তুষিলন্ত মন ॥
হেন চাৰু ৰাজমন্ত্ৰী সদা কৌতূহলে। পুত্ৰ পৰিজন সমে ৰক্ষোক মঙ্গলে ॥

গ্ৰন্থৰ আৰম্ভণ মূলতকৈ পৃথক। মূলৰ লঙ্কাকাণ্ডত ৰাম ভৰদ্বাজ মুনিৰ আশ্ৰমলৈ যোৱা কথা আছে। ইয়াত কিন্তু যাজ্ঞবল্ক্য মুনিয়ে ভৰদ্বাজক সম্বোধন কৰি ৰাম সীতা আদি সকলো হনুমন্তৰ মাতৃ অঞ্জনাৰ আশ্ৰমলৈ যোৱা বৃত্তান্ত দিছে। মূলৰ লঙ্কাকাণ্ডত হনুমন্ত বটুৰূপ ধৰি অযোধ্যালৈ গৈছে। গ্ৰন্থকৰ্ত্তাই প্ৰথমে অঞ্জনা আৰু হনুমন্তৰ সম্বাদত মাকে পুত্ৰক তিৰস্কাৰ কৰিছে বুলি :—

কুলৰ কণ্টক, তই কুপুত্ৰক, মিছাতে জন্মাইলো মই।
ছল কৰি তই, মোৰ দুগ্ধচয়, খাইলি অৰে দুৰাশয় ॥
ভক্তিভাৱ ধৰি, তই মন্দহৰি, বীৰত্ব মানে তেজিলি।
ৰাক্ষস বৰ্ব্বৰ, নাৰী চোৰ বৰ, ধৰিয়া কেনে নাশিলি ॥
মাৱৰ হেনয়, খৰ্ব্ব বাণীচয়, যেৱে হনু শুনিলন্ত।
নেত্ৰে ভৰি নীৰ, কিছু কথা বীৰ, সুবুলিয়া ৰহিলন্ত ॥
পাছে অঞ্জনাই, পুত্ৰৰ তথাই, নয়নৰ মছি নীৰ।
কোলাত বৈসাই, তান মুখ চাই, বুলিলন্ত ধীৰে ধীৰ ॥

শুন পুত্ৰ তই, মোৰ বাণীচয়, বুজায়া কহো তোমাত।
এনয় কুৎসিত, পুত্ৰ গৰিহিত, এৰিলো তোৰ সাক্ষাত ॥
এহি বুলি স্তন, ছেপি তাৱক্ষণ, দেখাইল দুগ্ধৰ ধাৰ।
সিটো দুগ্ধ ধাৰ, কৰি গিৰি ভাৰ ভেদিয়া গৈল সিপাৰ ॥
কতেক পৰ্ব্বত, দুগ্ধৰ বেগত, উৰিয়া গৈল তথাত।
এহি কৰ্ম্ম কৰি, অঞ্জনা সুন্দৰী, পুত্ৰক বোলে সাক্ষাত ॥
এনয় দুগ্ধক, তই তনয়ক, পিয়ালোহো সমুদায়।
মোৰ দুগ্ধ যত, গৈলন্ত ব্যৰ্থত, তাৰ কিছু কাম নাই ॥
শুন হনুবৰ, মোহোৰ দুগ্ধৰ, মহিমা জানা যিমত।
এক দিনা আৰ, একবিন্দু যাৰ, কুচহন্তে পৰিলন্ত ॥
কতেক পৰ্ব্বত, ভেদিয়া গৈলন্ত, সাতো পাতালক আৰ।
ভেদি সেহি ছেগে, স্তন বিন্দু বেগে পাৰ হুয়া গৈল তাৰ ॥

হনুমন্তই লাজত কৈছে—"ৰামৰ দেৱৰ, বিনা আজ্ঞাপৰ, নপাৰি একো কৰিতে।" হনুমন্তই উলটি সে ৰাম লক্ষ্মণ আদিক তেওঁৰ অপমানৰ কথা, কলে আৰু ৰাম অঞ্জনাৰ ওচৰলৈ আহিলত,—

"..................................। ক্ৰোধত উঠিয়া বদনক ঘূৰাৱন্ত ॥
ধনু টোণ বান্ধি আপুনিও হৈলা লাজ। অন্যত্ৰ বীৰকো লাজ দিলা ৰঘুৰাজ ॥
বানৰ ভালুক হাতে গিৰি শিলাগণ। খনাই অনায়া দুখ দিলা অকাৰণ ॥
এহি ভিতি প্ৰভু তুমি দূতক পাঠিলা। সিভিত সীতাক বনে বিচাৰি ফুৰিলা ॥
সেতুক বন্ধাইলা আনি বানৰ অপাৰ। অত পৰাক্ৰম প্ৰভু নভৈল প্ৰচাৰ ॥"

তাৰ পাচত সীতা আহিল—

পাছে সীতা ৰাণী অঞ্জনাৰ পাৱে পৰি, প্ৰণাম কৰিলা দেৱী তাহাঙ্ক সাদৰি।
সীতাক দেখিয়া ক্ৰোধ কৰি উঠি সতী, কৰ্কশ বচন বোলে জানকীক প্ৰতি ॥
যায়ো সীতা তোক ভাল নাপাইলোহো গই, আৱৰো নাৰীক লাজে লজ্জা দিলি তই।
হেৰা সীতা তুমি সতী বুলি কহি আই, কেনে নিশাচৰ সঙ্গে গৈলাহা পলাই ॥
অতেক কৌতুক কৰা ইটো কোন কথা, শাপ দিলা হন্তে ভষ্ম হৈল হন্তে তথা ॥

তাৰ পাচত যেতিয়া লক্ষ্মণ আহিল তেতিয়া অঞ্জনাই—

তাঙ্ক দেখি দণ্ডৱত পৰিলা সুন্দৰী। চৰণৰ ধূলি লৈলা মাথাৰ উপৰি ॥
পদক পখালি হিয়ে ধৰি আলিঙ্গিলা। আগতে বৈসাই সতী আৰতি কৰিলা ॥
তুমি কৰ্ম্ম ধাকো ৰাম পদ অনুৰাগী। ফল-জল-অন্ন-নিদ্ৰা সবে আছা ত্যাগি ॥

লক্ষ্মণ কুমাৰ তুমি সদা মহামতি। ইহেন সংসাৰ মাজে তুমি মহাযতী ॥
তুমি যেহি যোগ কৰিলাহা মহাশয়। সেহিমত যোগ কোনে কৰিতে পাৰয় ॥
দেৱতাসবৰ তুমি চোৰাইলা বন্ধন। সুমিত্ৰা জননী মহা ধন্য সুশোভন ॥
জগত মধ্যাত তুমি লক্ষ্মণেসে যতী। সীতা সম বৰ নাৰী আছে কোন সতী ॥

ৰামৰ আদেশত অঙ্গদকুমাৰ সকলো তীৰ্থৰ জল আহৰণ কৰিবলৈ যায়—

"পাছে কামৰূপক দেখিয়া মহাভাগে। গঙ্গাত স্নানিলা গই মন অনুৰাগে ॥"

ৰামাদিয়ে তীৰ্থজলত স্নান কৰি বিমানত অযোধ্যাৰ অভিমুখে আহে। বাটত জম্বুদ্বীপ, জাম্বৱন্তৰ ৰাজ্য বুলি ৰামে সীতাক চিনাই দিয়ে।

সীতাৰ গঙ্গাপূজা আৰু গঙ্গাৰ সীতাক সৰ্ব্বকাল "আহিবাত" বা আয়তী* অব্যাহত থাকিবলৈ আশীৰ্ব্বাদ, তাৰ পাছত গুহকৰ সৈতে ৰামৰ সংলাপ তুলসীদাসৰ লঙ্কাকাণ্ডৰ পদৰ ছাঁ লৈ লিখা, অনুবাদ নহয়। এইদৰে এই পুথিৰ ৭৮ পদলৈকে গ্ৰন্থকাৰৰ সংযোজনা।

ৰাকা সসি ৰঘুপতি পুৰ সিন্ধু দেখি হৰমান,
বঢ়্যো কোলাহল কৰত জনু নাৰি তৰঙ্গ সমান।
ৰাম ৰঘুবৰ, পূৰ্ণ শশধৰ, অযোধ্যা ভৈল সাগৰ,
চন্দ্ৰক দেখিয়া, আনন্দ লভিয়া বাঢ়িলন্ত ৰত্নাকৰ।
তৰঙ্গ পৰাই, নাৰী সমুদায়, নগৰ সিন্ধু মধ্যাত,
কোলাহল অতি, কৰয় যুৱতী কৰিয়া হৰ্ষ মনত। ১১৮।৯
জনু ধেনু বালক বচ্ছ তজি নৃহ চৰণ মন পৰবশন গঁই,
দিন অন্তঃপুৰ কল প্ৰৱত থন হুকাৰ কৰি ধাৱত ওঁই ॥
অতি প্ৰেম প্ৰভু সব মাত ভেটী ৱচন মৃদু বহুবিধি কহে,
গই বিষম বিপত্তি বিয়োগ ভৱতিহ হৰষ সুখৰ সুখ অগনিত লহে ॥
যেন ধেনুপালে বৎস গৃহতে তেজিয়া। বনত প্ৰবেশ হৱে চৰিতে লাগিয়া ॥
দিন অন্ত গৈলে স্তন স্ৰৱে সৰসৰি। দামুৰি বিচাৰি আহে হাম্বাৰাৱ কৰি ॥
সেহিমতে প্ৰেমযুক্ত মাতৃক দেখিয়া। নানমত মৃদু কৰি বচন বুলিলা ॥
বিষম বিয়োগ দুঃখ গুচিল সকল। অপাৰ সুখক লভি হৈল কৌতূহল ॥
অব্যক্ত মূলমনাদি তৰুত্বচ চাৰি নিগমাগম ভনে,
খট কন্ধা শাখা পঞ্চবীস অনেক পৰ্ণ সুমন মনে ॥
ফলজুগল বিধি কটু মধুৰবেশি অকেলি জেহি আশ্ৰিত ৰহে,
পল্লৱত ফুলত নৱল নিত সংসাৰ বিটপ নমামহে ॥

* অবিধবাত্ব>অহৈৱাত+ইক>অহিৱাতা, আহিবাতী>আয়তী।

"অব্যক্ত অমল তুমি অনাদি অনন্ত। নিগমে আগমে যাক সদায়ে গাৱন্ত ॥
মহা ভয়ঙ্কৰ বৃক্ষ আতি মনোহৰ। ষড়কোষে ভৈল তাৰ শাখা ৰুচিকৰ ॥
পঞ্চবিংশ তত্ত্বে পত্ৰপুষ্প অসংখ্যাত। কটু সুমধুৰ দুইবিধ ফল তান্ত ॥
প্ৰকৃতি লতায়ে তাক আছয় আবৰি। নিত্যে নব নব ফল পত্ৰ আছে ধৰি ॥
হেনয় সংসাৰ বৃক্ষ তোমাত আচন্ত। তযু চৰণত আৰে নমো ভগৱন্ত ॥"

মূলৰ শব্দ পৰিষ্কাৰ কৰি বুজাই দিবৰ কাৰণে অনুবাদক পদ বাহুল্য কৰিব লগা হৈছে। কিন্তু অনুবাদ যে সম্পূৰ্ণভাৱে মূলৰ শব্দ আৰু অৰ্থৰ অনুগামী তাক সংশয় কৰিব নোৱাৰি।

বাল্মিকীৰ ৰামায়ণৰ লৈতে তুলসীদাসৰ ৰামায়ণৰ প্ৰচুৰ প্ৰভেদ। বাল্মিকীৰ উত্তৰাকাণ্ডৰ লৈতে এই উত্তৰাকাণ্ডৰ কোনো সম্বন্ধ নাই। তুলসীদাসে উত্তৰাকাণ্ডত ৰামভক্তি প্ৰতিপন্ন কৰিছে। তুলসীদাসে কোন মূলৰ পৰা কাকভূশুণ্ডি সংবাদ বা সিদ্ধকাকসকলে গৰুড়ৰ আগত কোৱা বৃত্তান্ত সংগ্ৰহ কৰিছিল জনা নাযায়। ইয়াত পাৰ্ব্বতীৰ বৰত শিৱই সিদ্ধকাকে গৰুড়ৰ আগত কোৱা কাহিনীৰ কথা ধৰিছে। গৰুড়ই কাক অৱস্থা পোৱা সিদ্ধসকলৰ অৱস্থান্তৰ ঘটাৰ বিষয়ে প্ৰশ্ন কৰি উত্তৰ পাইছে। এই চলতে ব্ৰাহ্মণ পূজা, কলিৰ ধৰ্ম্ম, কলিৰ লক্ষণ ইত্যাদি কথাবো অৱতাৰণা কৰিছে। বিষ্ণু ৰামকৃষ্ণ ভক্তিৰ অন্তৰ্গত অনেক পুথি আছে য'ত শিৱই ভক্তি মাহাত্ম্য পাৰ্ব্বতীৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে বৰ্ণনা কৰিছে। তুলসীদাসী ৰামায়ণো এই বিধৰ। ইয়াত কথাবিলাক এনে দৰে খাপ খুৱাইছে যে দক্ষযজ্ঞত সতীয়ে দেহত্যাগ কৰাত শিৱই মৃতদেহ লৈ পৰ্য্যটন কৰি ঘুৰোঁতে উত্তৰ মেৰুৰ স্বৰ্ণশিখৰত থকা বৃহৎ আম গছৰ ওপৰত বহি ৰাম চৰিত্ৰৰ প্ৰশংসা কৰি থকা সিদ্ধকাকসকলৰ গান শুনি আৰু ওচৰত থকা সৰোবৰত হংস বিলাকক ৰাম ভক্তিত আপ্লুত হৈ থকা দেখি বিৰহ, দুঃখ শাম কটাইছিল। ইফালে ইন্দ্ৰজিতৰ নাগপাশৰ পৰা গৰুড়ই ৰামক মোচন কৰি আহি ৰামৰ মানৱীয় ব্যৱহাৰত বিস্মিত হৈ প্ৰথমে সিদ্ধ, পাছত ব্ৰহ্মা, তাৰ পাছত শিৱৰ ওচৰত উপস্থিত হ'ল। শিৱই গৰুড়ই সিদ্ধকাকসকলৰ ওচৰলৈ যাবলৈ কোৱাত গ'ল।

তুলসীদাসে নামেই কলিত শ্ৰেষ্ঠ ধৰ্ম্ম আৰু নিৰ্গুণ ব্ৰহ্মতকৈ সগুণব্ৰহ্মৰ উপাসনা অধিক ফলৱতী বুলি নিৰূপণ কৰিছে। জ্ঞান আৰু ভক্তি কোন পথ শ্ৰেষ্ঠ তাক বুজাবলৈ যাওঁতে অলপ পাতল যুক্তি দিছে।

বৈৰাগ্য বিজ্ঞান আৰ, মহাযোগ জ্ঞান সাৰ, এহিসব পুৰুষ প্ৰবীণ ।
সৰ্ব্বভাৱে পুণ্যৱন্ত, প্ৰতাপত বলৱন্ত, কিন্তু অৱলাত বলহীন ॥
বিৰকত মতিস্থিৰ, বিজ্ঞন পুৰুষ ধীৰ, তেজিবাক নাৰীক পাৰয় ।
যদি হোৱে কামে ৰতি, বিষয়ত আসকতি, ৰামপদ বিমুখ হোৱয় ॥ ৯৪৫
যিটো মুনি জ্ঞানে সুখ, মৃগাক্ষীৰ বিধুমুখ, দেখি সিটো বিকল নোহয় ।
যাতো নাৰী সকলত, ঘোৰ মায়া যত যত, জানা আৰে বেকত আছয় ॥

শেহৰ পৃষ্ঠাত লিখা শক দিছে—"শাকে ভূৰহ্নিমুন্যেন্দু কুম্ভৰাশ্যান্বিতে.........
শ্ৰীৰামস্য চৰিত্ৰমিদং সম্পূৰ্ণং লিখ্যতে ময়া । বুঢ়াগোহাঞিকৃতমন্তান্তৰ মণি..............
দেৱালয় সমীপে নবেৰৈকক্ৰণ সন্নিধে সমাপ্তা । যাদুৰাম হস্তাক্ষৰ মিদং ।" ১৭৩৭ শক ।





কবিতা ঃ ৫

# উক্তি

শ্ৰীবীৰেণ বৰগোহাঞি

মৃত্যু-মলিন আমাৰ পথেৰে
আমি আগবাঢ়ো ;—শতাব্দীৰ কংকালসাৰ
আশাৰ ছবিৰে আমি গঢ়ো সৌধ। জীয়াই থকাৰ
প্ৰশ্নই আমাক কৰে বলিয়া।
নীলাকাশ, দিগন্ত আৰু সাগৰৰ ঢৌৱে
আমাক কৰে উৰাউল।

মিছৰৰ পিৰামিডে
বেবিল'নৰ বাগিছাই, ৰাফেলৰ ছবি আৰু
মিল্টনৰ দুটা কবিতাই আমাক অৱকাশ দিয়ে
চিন্তাৰ : আমি কি জীয়াই আছোঁ? আমাৰ পথে পথে
কি উদ্ধাৰ পোহৰ? জীৱনক আমি বুজা নাই ;

আন্ধাৰ গলিত সেৱা মানুহৰ হৈ-চৈ,
জীৱনৰ বেচা-কিনা, তত সক্ৰিয়া ছুৰি
নগ্নতাৰ মাতাল নাচোন ; আমি ভোল যাওঁ।

বুদ্ধ, যীশু আৰু মহম্মদে আমাক প্ৰেম দিয়ে,
কুটীল সৰীসৃপ-জীৱনত গোলাপৰ গোন্ধ দিয়ে
হাঁহি দিয়ে,
ইন্দ্ৰপ্ৰস্থ আৰু অশোক চক্ৰই আমাক পোহৰ দিয়ে ;
তাজমহল আৰু নীল যমুনাই প্ৰাণ দিয়ে ;
তথাপিও—আমি আধা-পোহৰ আৰু আধা-আন্ধাৰত বাট বুলি ফুৰোঁ।

'ইউ-এনে' পৃথিৱী শাসন কৰে,
'এটম' আৰু 'হাইড্ৰোজেনে' প্ৰাণত আশংকা আনে
আমি নিৰুপায় ;
পৃথিৱীত আমাৰ স্থান নাই।

# আমাৰ পৃথিৱী

শ্ৰীচিত্ৰ ৰাজকুমাৰ

পৃথিৱী, তোমাক নালাগে দিব
আমাৰ নতুন পৰিচয়।
কত কাল ধৰি তোমাৰ কোলাতে
তোমাৰেই প্ৰতি
আমি গাই আছোঁ—গাই যাম
কাল পোহাৰ অন্তহীন গান!
কত ছন্দ, কত সুৰ কত ভালপোৱা
আমাৰ প্ৰাণত তুমিয়েতো দিলা।
তোমাৰে কাঙাল সন্তান আমি—
কাঙাল, অথচ পৰিপূৰ্ণ আমাৰ প্ৰাণ।
জনমৰ লগে লগে
আমি পালো শতাব্দীৰ অভিশাপ—
দাসত্ব, দাৰিদ্ৰ্যৰ অসীম লাঞ্ছনা।
আজি এই কালৰাত্ৰি
আমাৰ চৌদিশে, দুৱাৰে দুৱাৰে
পিশাচৰ পদধ্বনি—
মৰণৰ কৰাল ভ্ৰূকুটি।
তথাপিতো হে পৃথিৱী, আমি বাচি আছোঁ—
দুখৰ দুৰ্ব্বহ বোজাবোৰ বৈ
বেদনাত জুলি পুৰি
আমি বাচি আছোঁ তোমাৰ বাবেই,
তোমাৰ ভালপোৱাৰ মাজতে বুৰগৈ।
পৃথিৱী, আমাৰ তুমি ইমান আপোন!
কত যন্ত্ৰণাৰ কাঁইটীয়া পথ
বিপদৰ কত দুৰ্গম অৰণ্য
পাৰ হৈ আহিও
আমি ভাল পাওঁ তোমাক,
তোমাৰ প্ৰতিটি ধূলিকণাক।

কিন্তু সৌ সিহঁতে?
সিহঁতে তোমাক জানো ভাল পায়?
তোমাৰ স্নেহৰ পৰা আমাক বঞ্চিত কৰি
সিহঁতেই আনি দিলে ঘৰে ঘৰে
মহামাৰী—অনাহাৰ—হাঁহাকাৰ।
আন্ধাৰৰ নাগপাশত বন্দী কৰি
সিহঁতে তোমাকো দিলে
নৰকৰ তাপ আৰু নিৰ্য্যাতন—
ধ্বংস আৰু আৰ্ত্তনাদ।
সিহঁত অজাত শত্ৰু,
তোমাৰ আমাৰ চিৰশত্ৰু—
সিহঁতক চিনিছো আমি।
চোৱা পৃথিৱী,
আজি এই শতিকাৰ নতুন পথত
আমি ললো প্ৰতিবোধ, দুৰ্জ্জয় প্ৰতিজ্ঞা;
আৰু সিহঁতৰ বিৰুদ্ধে এই আমাৰ
শেষ সংগ্ৰামৰ সূচনা।
আৰু সৌ সিহঁত? আমি জানো সিহঁতকো।
পথভ্ৰান্ত ক্লান্ত সিহঁত—
কোনো বিভোৰ সপোনৰ মায়া ৰাজ্যত।
সিহঁতৰ এদলৰ
পচি-জহি যোৱা পুৰণিৰ মোহে
পৃথিৱী তোমাৰে কলুষ বঢ়ায়।
আৰু আনদলে
তোমাকেই অৱজ্ঞাৰে চাই
প্ৰগতিৰ গান গায়!
সিহঁতৰ মুখে মুখে, গানে গানে
বাখো ব্যৰ্থ জীৱনৰ কৰুণ কাহিনী—

দুৰ্ব্বল কামনাৰ 'আধুনিক' সুৰ—
দ্বিধা আৰু নিৰাশাৰ বিলাপ-বিননি।
তোমাৰ সকলো স্নেহ, সকলো মমতা
সিহঁতে কৰিব খোজে উপেক্ষা;
আপোনাৰ দুৰ্ব্বলতা ঢাকিবৰ বাবে
তোমাকে বুলিছে 'বন্ধ্যা'।
অকৃতজ্ঞ সিহঁত—
আমাক নেলাগে সিহঁতৰ কথা।
আমি ভাবোঁ মাথোঁ সিহঁতৰ বাবে,
দীৰ্ঘ কঠোৰ শ্ৰমৰ ক্লান্তিত
আজিও যিবোৰ শালকাল—
অভিশপ্ত যিবোৰ আমাৰ দৰেই।
জীৱনৰ জাগৰণী গীত গাই গাই
আমিয়ে জগাই তুলিম সিহঁতক।
আমাৰ জলন্ত বুকুৰ জ্বালা
দুঃসহ তৃষ্ণাৰ ভাগ দিম সিহঁতকো।
জৰ্জ্জৰিত আজিও, কিন্তু নহওঁ ক্লান্ত;
আমি নহওঁ ক্ষান্ত।
প্ৰতি মুহূৰ্ত্তকে সাৰে আছোঁ আমি
আমাৰ চকুত নাই কলা।
জীৱনৰ জীৱন্ত প্ৰেৰণাৰে
আমি মৃত্যুঞ্জয়ী জনতা।
দিকে দিকে সংগ্ৰামৰ বিজয় পথত
আমাৰেই দুৰ্নিবাৰ গতি—
আৰু তোমাৰে মুক্তিৰ সংকল্পত
হে পৃথিৱী,
আমি শক্তিকাৰ অবাধ্য বিপ্লৱী।
জীৱনৰ মহাযাত্ৰা
আন্ধাৰতে শেষ হবনে
আমি নিৰ্দ্দিষ্ট—নোৱাৰোঁ দিন।
আমাৰ লক্ষ কোটি বুকুত
ৰক্তিম সূৰ্য্যোদয়ৰ ৰঙীন কামনা—
পোহৰৰ সন্ধানত
আমাৰ দিগন্ত যাত্ৰা—
আমি আন্ধাৰৰ সাহসী যাত্ৰী।
ভয় নাই পৃথিৱী, সৌৱা—
সোণালী উদয়াচলত উষাৰ আভাস।

আমি আকাশৰ পাৰ ভাঙি
নমাই আলোৰ ঢল
অন্ধকাৰ কৰিম বিতাৰিত।
তোমাৰ মাটিত এই
পিশাচৰ বাজত্বৰ
নথম অকণো চিন।
নতুন দিনৰ সূৰুযে আহি
তোমাৰ মুখৰ পৰা
মচি দিব মৃত্যুৰ কালিমা।
তাৰেই কিৰণ সানি পৃথিৱী তোমাক
মনোমোহা লাহতী বেশেৰে
সজাই তুলিম আমি।
আমাৰেই শ্ৰমৰ ৰক্তেৰে
ভৰপূৰ প্ৰাচুৰ্য্যেৰে
তুমি হবা নব যৌৱনা—
পাবা যৌৱনৰ বিপুল সম্ভাৰ।
দীপ্ত উষাৰ মুক্ত আলোকত
তোমাৰ অপৰূপ ৰূপৰাশি
হব উদ্ভাসিত।
অপূৰ্ব্ব হাঁহিৰে উজলি উঠিব
শুৱনি তোমাৰ মুখখনি—
আৰু আমি তাকে চাম
প্ৰাণভৰি দুচকু জুৰাই।
তেতিয়া হে পৃথিৱী, হে মহিমাময়ী,
তোমাৰ বুকুত আৰু
নাথাকিব দাৰিদ্ৰ্যৰ গ্লানি;
আকাশে বতাহে দুলুৰিব ভাহি
লাঞ্ছিত মানৱতাৰ হা-হুতাশ।
শান্তি সমৃদ্ধিৰে ভৰা
তোমাৰেই চেনেহী কোলাত
মানুহৰ পূৰ্ণ মৰ্য্যাদাত
আমাৰ জীৱন হব প্ৰতিষ্ঠিত।
আৰু তেতিয়াই
আমাৰ ই অন্তৰৰ উদ্দাম বাসনাই
নতুন সৃষ্টিৰ এই সাধনাই
তোমাৰ মাটিত প্ৰাণ পাব।
তুমি আমাৰ পৃথিৱী! তুমি আমাৰ !!

# যুগৰ ইতিহাস

—মহম্মদ ইদ্ৰিছ

হে বন্ধু, যুগৰ ইতিহাস তুমি
শুনিবা জানো ? শুনা যদি কওঁ তেনে এবাৰ ।
(হয়তো শুনিছাই।)
জানা বন্ধু, গৌৰৱৰ ইতিহাস নহয়
যুগৰ ইতিহাস ।
যুগে আজি সলাইছে বাগৰ
মেলিছে পাখনি নতুনৰ,
পথিক আমি প্ৰগতি পথৰ ।
( সঁচা জানো ?.......)
কেৰোণে ধৰা যুগৰ ইতিহাস
কোৱা যে বৰ টান বন্ধু !
বুকুভৰা লুইতৰ গড়া গহনীয়া
দেখিছা জানো কেতিয়াবা ?
যদি দেখিছা, তাৰ সতে বিচাৰা বন্ধু,
'নৈতিকতাৰ গড়া গহনীয়া'।
(কোনটো ভয়ঙ্কৰ বাৰু ?)
যুগৰ আঁৰকাপোৰৰ তলত
কি দেখিছা বন্ধু আজি ?
যুগেধৰা অহল্যাৰ—'ইহঁতৰ' ওপৰত 'সিহঁতৰ' অত্যাচাৰ
যুগ যুগ ধৰি আমাৰ হাহাকাৰ ।
কায়িক প্ৰসাধনৰ বিপুল আয়োজন
মানসিক প্ৰসাধনৰ নাই অন্বেষণ ।
কৃত্ৰিম শোভা বঢ়াই দেহৰ
মৰহি যোৱা শোভা অন্তৰৰ ।
ৰাজআলিৰ কাষে কাষে
পকী দালানবোৰ উঠিছে নিতৌ ;
কি যে ধুনীয়া । ( নহয় জানো ? )
কিন্তু হায় ! মনৰ 'দালান'বোৰটো
পকা হোৱা নাই ।

সেই ওখ দালানৰ দৰে—'সিহঁতৰ'
মনবোৰে৷ যদি ওখ হৈ উঠিলেহেঁতেন
তেতিয়া নহলোহেঁতেন জানো
আমি একেটা শিবিৰৰ ?
ভুল নুবুজিবা বন্ধু, টকাৰ মানুহ 'সিহঁত'
সিহঁতৰ ঘৰ আৰু দালানবোৰহে পকা
মনবোৰটো নহয় ?
থকাৰমা পৃথিবীৰ যুগমীৰা দুটা 'শিবিৰ'
তাৰ দ্বিতীয় শিবিৰতহে স্থান আমাৰ ।
যুগৰ মানুহে ভাল পায়—পোচাকৰ মৰ্য্যদা
জীৱনৰ মান জোখে টকাৰ শুৰ্জ্জুত ।
খুৰি, দৰ্জ্জিয়েই আজি মানুহ গঢ়ে,—'যুগৰ মানুহ'
লাগে মাথো টকাৰ অঙ্কৰ শুদ্ধ উত্তৰ ।
বন্ধু, আমাৰ সুখস্বোৰ যে,
ধূপৰ 'সুৰভি'ৰ দৰেই ।
তিৰস্কাৰেই আমাৰ পুৰস্কাৰ
শোষণেই আমাৰ শাসন ।
পেটৰ পোৰণি সুগুজে সদায়
জীৱনৰ পচোৱা বলে ঘনাই ঘনাই ।
উপৰ্য্যুপৰি হাজে বিপদৰ শিঙা
জীয়াই থাকোতেই জ্বলে আমাৰ চিতাগ্নি,
যুগৰ মানুহ আমি ।
শতাব্দীৰ ভোকেও আমাক নোৱাৰে মাৰিব ।
মৰিও আমি জীয়াই থাকো
সিহঁতৰেই মাজত ।
জানা বন্ধু, ইকি ?
নিয়তিৰ 'পৰীক্ষা'
ইহঁতকে লৈ সিহঁতক চাৰলৈ ।
নৈতিকতাৰ শলিতা পুৰি যুগৰ চাকি হুমাও হুমাও
কিমান শুনিবা বন্ধু আৰু "যুগৰ ইতিহাস" ।

---

# বেকাৰৰ গান

শ্ৰীবিপিন শইকীয়া

মানুহে হেনো গান গাই মন্দিৰে মন্দিৰে
মছজিদে মছজিদে—গীৰ্জ্জাই গীৰ্জ্জাই
তোমাকে লৈ ?
কিয় তুমিটো নিৰাকাৰ……তেন্তে
অস্মিজেনো ঈশ্বৰ, হাইড্ৰজেনো আল্লা আৰু
নাইট্ৰজেনো নিশ্চয় হ'ব 'গড' ।
নাকত অক্সিজেন সুমাই অক্সিজেনকে
মাতে তেন্তে ইনাই বিনাই ?
বাজিব পাৰে শঙ্খ-ঘণ্টা আৰতি সজ্জিত ;
ফুটিব পাৰে আথৈৰ দৰে তোমাৰেই শত নাম
গণেশ ভক্ত পেটালৰ গৰম চৌকাত
কিন্তু এই বেকাৰৰ বেলিকা অসম্ভৱ !
হিন্দু বাইবেলৰ ইশ্ৰেলিট্‌ছ ভেণ্ডলোক !
ৰাজপুতনা মৰুভূমিৰ তপত বালিত
আধা সিজা হোৱাৰ পিছত
চিন্দোলচৰ মায়া দি উদ্ধাৰিলা তুমি !
তুমি ? এবা তুমিয়েই……।
আলিৰ দাঁতিৰ লাইটৰ পষ্ট সোটো
সেইটোৰেই তুমি !
তুমি কি পোহৰ বিলাইছা
পোহৰদাতা হৈ ?
কাক ? ইশ্ৰেলিট্‌ছইতক ?
নে 'এম্স' কিম্বা 'ওৱাই'ইতক
যি চাত কৰে পাৰ হৈ তোমাৰ কাষেদি
তোমাৰ পোহৰৰ ওপৰতে নিজ্ৰাণৰ
ৰঙা হাঁহি মাৰে ?
ভুল হয় ! তোমাৰ পোহৰ
ভেণ্ডলোকক যে দৰকাৰ নকৰে !
কিন্তু আমাৰ বেলিকা ?

আমাক লাগে—কিয় জানো ?
আমি এৰি যে আহিছো
বুঢ়া আঙুলিৰ নখৰ আগৰোৰ……
শিলগুটিৰ শহটা বুকত !
বন্ধুৱে সোধে আৰু উপদেশো দিয়ে
'কিম্ তব বৈৰাগ্য কাৰণম্'—
পাহাৰ বগোৱা বন্ধু………।
কিন্তু পাহাৰ বগাবলৈওযে
কলাফুলত ভিটামিনৰ অভাৱ ।
স্বাধীন ভাৰতৰ বেকাৰ যে আমি !
আমি মাৰ্চ্চ কৰিছো পান-দোকানৰ
চাহ-দোকানৰ দাঁতিয়ে দাঁতিয়ে ।
আমাৰ ভেট্ৰ পেৰাদিন হুকুনে,
ফুলে যাদো ৰামলালৰ দোকানৰ
চাদা মাৰ্কিনৰ পাইজামা আৰু
ভৰিত ডানলপ টায়াৰৰ
লাইফলঙ পাদুকা ।
আমি যে সৰ্ব্বজ্ঞান !
আমি নগনাকৈ ক'ব পাৰো
এমপ্লইমেণ্ট একচেঞ্জৰ
ৰেট্ৰিকটৰ সংখ্যা !
কিন্তু কোনে কব পাৰে
কিয় আমাৰ এই দিগম্বৰ বেশ !
কোনে কব পাৰে নাপিতৰ দোকানত
কাচি কিড়ি হুপি হুপি বহি থাকোতেও
কিয় আমাৰ মুণ্ডত এই মহাদেৱৰ জট !

× × × ×

………………এটা বিৰাট শব্দ !
মুখৰ নহয় সচাকৈয়ে বন্দুকৰ

কাৰ ? বিভিষণৰ নে ৰাৱনৰ ?
কুকুৰ নামৰ আগত বিৰাট চন্দ্ৰবিন্দু
ব্যাস নিমিও মাত্ৰ !
আশাবোৰ পুঞ্জিভূত হল বিৰলা ভৱনৰ বেৰত
তুমি কি দেখা নাই ? নিগেটিভ তুমি !
ৰামৰাজ্য দেখা নাই যদি তুমি শূদ্ৰৰাষ্ট্ৰ ।
হাঃ হাঃ হাঃ—কিয় হাঁহিবা ?
১৪৪ ধাৰা—
একটি পইচা দেনা বাবু—স্কাউণ্ড্ৰেল !
"মৰিতে চাহিনা আমি সুন্দৰ ভূৱনে
মানবেৰ মাজে আমি বাচিবাৰে চাই" ।
থুই থাকা তুমি ৰবিবাবু !
আবকালি বাস্তিবোৰ ইমান ঠাণ্ডা
সপোন দেখিছা ?
সোৱা বাটৰ কাষত 'মামিৰ' দল—
সিইতৰ প্ৰছেচনৰ শ্লগান—' ইমান ভোক লাগে" ।
"অষ্ট্ৰেলিয়াৰ ভেৰাবোৰ কত জাত গল ?"

আজিৰ ডেকাৰ গালত দাড়িয়ে নগজে ।
গালবোৰ শিলঙৰ আলিতকৈয়ো শ্লিপিং
গাভৰুৰ দোকানীৰ ওপৰত শিশুপাল খেদা,
লিপষ্টিক যে দোকানত অস্ত !
মাঠিটকীয়া কেৰেণীৰ ভোকনিবাৰণী চাহৰ চিঙ্গলচত
গেষ্ট্ৰীক আলচাৰৰ চুপ্ৰিমেছি..........
আৰু মচুৰ দাইলৰ পানীত মাণ্টি ভিটামিনৰ
বিতবিতনি ! তথাপি ( মৰিতে......চাই ) ।
হোমৰ গুৰি নেদেখাকৈ মাতৃৰ লাজ !
বাঃ বে ইমান এডভান্স !
কোননো বা দুৰন্ত ?
কালিদাস তোমাৰ জন্ম আজি নহল কিয় ?
'সবাৰ ওপৰে মানুষ সত্য'—
চন্দিদাসৰ বোলে যুগৰ "পিয়াজি এ নাহিবি বাতি"ত
দুৰ্যোৰ টোপনি ?
হে মহাকবি চন্দিদাস । এতিয়া এ-এম নে......
.....................পি-এম ?

---



# অস্ত্ৰ

ৰচনা

অধ্যাপক কিৰণ শৰ্ম্মা, এম্ এ

মোৰ অস্ত্ৰক তুমি পৰাস্ত কৰিব নোৱাৰা। মোৰ অস্ত্ৰ কোনো ধাতুৰে নিৰ্ম্মিত নহয়, নাইবা দধীচিৰ ৰাজহাড়ৰ পৰাও সজা নহয়। মোৰ অস্ত্ৰ ফুলো নহয়, প্ৰেমো নহয়। মোৰ অস্ত্ৰ কি চকুপানী ? ওহোঁ। ইহঁতো মোৰ অস্ত্ৰ হোৱা নাই। বিনয়, সততা, অক্ৰোধ, শান্তি, ধৃতি একোৱে মোৰ অস্ত্ৰ নহয়। কিন্তু মোৰ শত্ৰু বহুত। বেলেগ বেলেগ শত্ৰুৰ কাৰণে বেলেগ বেলেগ অস্ত্ৰৰ প্ৰয়োজন। যদিও শত্ৰু মোৰ দিনে দিনে বাঢ়িছে, তথাপি মোৰ একো অস্ত্ৰকে গোটোৱা হোৱা নাই। হয়তো মোক কোনো প্ৰকাৰ অস্ত্ৰবিহীন দেখিয়েই মোৰ ইমান শত্ৰু বাঢ়িছে।

ভাল কথা, মোৰ অস্ত্ৰ নাই। সেইবাবে মোৰ শত্ৰু বঢ়াটো স্বাভাৱিক। কিন্তু যিবিলাকৰ অস্ত্ৰেৰে অস্ত্ৰাগাৰ পৰিপূৰ্ণ, তেওঁলোকৰ কি শত্ৰু কমিছে ? এই মানুহ জাতিৰেই মানুহ জাতিক ধ্বংস কৰিবৰ কাৰণে কিমানবোৰ অস্ত্ৰ আছে! প্ৰাচীন গদা-তৰোৱালৰ পৰা অত্যাধুনিক হাইড্ৰো-জেন, ক'বাল্ট্ বোমালৈকে কত অসংখ্যাত অস্ত্ৰসমূহ! কিন্তু মানুহ জাতিৰ শত্ৰু মানুহ জাতি জানো মৰি অন্ত হৈছে ? কত্তা দিনে দিনে দেখোন বেছিহে হৈছে! বুজিছো, যে অস্ত্ৰৰ দ্বাৰা শত্ৰুৰ ধ্বংসও হ'ব নোৱাৰে বা বৃদ্ধিও কমাব নোৱাৰি। অস্ত্ৰ থকাও যি নথকাও সি। সেইবাবেই মই অস্ত্ৰবিহীন ভাবে হাত সাবটি বহি আছোঁ। কোনোবা শত্ৰু আহিলেও মই লৰচৰ নকৰোঁ। মোক অস্ত্ৰবিহীন দেখি কোনোবা শত্ৰুৱে যদি আক্ৰমণ কৰে, তেওঁক মই প্ৰকৃত শত্ৰুকে নোবোলোঁ। তেওঁ মোৰ শিক্ষকহে, তেওঁ মোক শিক্ষা দিলে যে অস্ত্ৰহীন হৈ থকা কেনে অন্যায়। গতিকে সেই যাত্ৰাত ৰক্ষা পৰিলে মই ভবিষ্যতে অস্ত্ৰ গোটাম। কিন্তু কি অস্ত্ৰ গোটাম ? ঈশ্বৰে মোক হাত-ভৰি নখ-দাঁত বহুত অস্ত্ৰ দিছে। অৱশ্যে সেইবোৰৰ উচিত ব্যৱহাৰ নকৰাৰ দায়ত মোৰ দাঁত-নখে জন্তুৰ নিচিনাকৈ অস্ত্ৰৰ কাম নকৰে। ধাতু-নিৰ্ম্মিত অস্ত্ৰ হাতত ৰাখিলেও সেইবিলাকো উচিত ব্যৱহাৰ নাপালে ভোতা হৈ পৰিব; মামৰে ধৰিব। গতিকে মোৰ অস্ত্ৰক ঠিক ৰকমে ৰাখিব লাগিলে মোৰ ব্যৱহাৰৰ ভাবনা জাগ্ৰত থাকিব লাগিব, বা যি শত্ৰুৰ লগত যুদ্ধ কৰি অস্ত্ৰ চোকাকৈ ৰাখিব পাৰিম, সেই শত্ৰুৰ সংখ্যা বঢ়াবৰ অভিলাষ বা অভিপ্ৰায় থাকিব লাগিব। গতিকে মোৰ অস্ত্ৰ ৰখাৰ উদ্দেশ্য শত্ৰুক ধ্বংস কৰা নহয়; কিন্তু শত্ৰুক জীয়াই ৰখা, শত্ৰুক বঢ়াই তোলা। যদি অস্ত্ৰ ৰাখিবলৈ যাওঁতে শত্ৰুক জীয়াই বা বঢ়াই থকাৰ ব্যৱস্থাই মই কৰিব লাগিল, তেন্তে মই অস্ত্ৰখন ৰখাৰ কি ফয়দা হ'ল ? অস্ত্ৰখন মোৰ এটা মিছা অৰ্থহীন বোজাহে হ'ল দেখোন। এইবোৰকে ভাবিচিন্তি মই অস্ত্ৰ নোহোৱাকৈ আছোঁ। কিয়নো অস্ত্ৰ থকা আৰু নথকা একে কথা।

মোৰ এই অস্ত্ৰহীনতাৰ যুক্তিয়েই মোৰ অস্ত্ৰ। তুমি এই অস্ত্ৰক পৰাস্ত কৰিব নোৱাৰা।

# চাইক্লোন

গোলাপ খাউণ্ড

মানুহে কান্দে।

লগতে নতাহেও কান্দে॥

এটা শিলৰ মূৰ্ত্তিৰ দৰেই অচল হৈ বহি আছে অপলা। চকুৰ পানীৰ দাগ হয়তো শুকোৱা নাই। শুকাব লগীয়া চকুপানীতো নহয়, কল্পান্তৰ হলেও তাইৰ হয়তো চকুপানী নুশুকায়। বুকুৰ মাজত এটা গভীৰ ক্ষত।

ধুমুহা আহিছিল—প্ৰকৃতি জগতলৈ নহয়, অপলাৰ মনো-জগতলৈ। ধুমুহাৰ দুৰ্দ্দান্ততা নাই যদিও শান্তৰূপ ধাৰণ কৰিব পৰা নাই নিশ্চয়। চকুত এটা স্থিৰ দৃষ্টি, নিশাৰ অন্ধকাৰৰ মাজত কিবা এটা বিচাৰি পাবলৈ চেষ্টা কৰিছে যেন। চুলিবোৰ আউলী-বাউলী হৈ আছে, তাইৰ সান্নিধ্যৰ পৰা এটা কোমল গোন্ধ ওলাইছে। কিন্তু তাতো যেন বিষাদময়।

বাহিৰত পঞ্চমীৰ শেষ জোনাকখিনিয়ে অন্ধকাৰৰ লগত যুঁজি অদৃশ হৈ পৰিছে। যেন…… প্ৰকৃতিৰ কান্দোনৰ শব্দৰ প্ৰতিধ্বনি উঠিছে গছ-পাতবোৰত। জোনটো শুহি যোৱাৰ লগে লগে গছবোৰৰ ছাঁই একোটা দৈত্যৰ ৰূপ লৈছে।

ভিতৰত ক্ষীণ পোহৰৰ লাইটটো।

খিৰিকীখনেদি অপলাই বহু দূৰলৈ চাই পঠিয়াবলৈ চেষ্টা কৰে। এচাটি মৃদু চেঁচা বতাহ দুৰ্ব্বল জোনাকখিনিৰ লগত কোঠাটোলৈ সোমাই আহিব খোজে।

তাইৰ হয়তো চেঁচা লাগি যায়। আৱশ্যক হোৱা স্বত্বেও তাই আলোৱানখন লবলৈ চেষ্টা নকৰিলে। গাৰ চাদৰখনকে এনেয়ে এবাৰ ভাঙি লৈ আকৌ ভালকৈ ছটিয়াই ললে। ক্ষন্তেকৰ বাবে হয়তো তাইৰ ওখ বুকুখনে সাৰ পাই উঠিছিল।

চকুপানীবোৰৰ ইচ্ছা কৰিয়েই মচা নাই। "এইখন নিষ্ঠুৰ পৃথিবী ধ্বংস নোহোৱালৈকে চকুৰ পানীখিনি লাগি থাকক। চকু-পানী জীয়াই থাকিলেহে মৰম জীয়াই থাকিব। অপলাই চাগে ভাবে।

দেউতাকে তাইক একো কোৱা নাই। মাক মাথোন শুবৰ সময়ত আহিছিল—"তইত ছোৱালীবোৰে আজিকালি বৰকৈ ভাব। নিজৰ মনটোক কিয় ইচ্ছা কৰি দুৰ্ব্বল কৰিছ"—বেচিকৈ কোনো কথা কবলৈ মাকেও সাহ কৰা নাই।

"মই শুম বাক মা, তই যাগৈ, মই একোকে নেভাবো"—তাইৰ কথাৰ কৃত্ৰিমালিটো সহজেই ধৰা পৰিছে। হওক, তাইক আজি কাৰো কথাই শান্তি নিদিয়ে। অপলাৰ আজি নিজকে পাবলৈ বৰ আৱশ্যক হৈছে। মাকে তাইলৈ হতাশ মনেৰে চাই এটা হুমুনিয়া কাঢ়ি লাহে লাহে ওলাই যায়।

তাই ভাতো খোৱা নাই।

আবেলিৰ টেলিগ্ৰামখনে তাইলৈ যিটো ধুমুহা লৈ আহিল, অবিশ্ৰান্ত ভাবে সি ব'ব লাগিছে। দুৱাৰখন মাৰি অপলাই নিজৰ কোঠাত সোমাল সেই সন্ধ্যাতে। আন এখন পৃথিবীত পোহৰ দিবলৈ বেলিটো শুহি গলগৈ।

সময়বোৰ তাইৰ অজ্ঞাতসাৰে পাৰহৈ যাব ধৰিলে।

বাহিৰৰ জগতৰ বিষয়ে অপলাই একো কব নোৱাৰে। অশান্ত এখন পৃথিবী তাইৰ কাৰণে

সৃষ্টি হ'ল। যেন কোনোবা এটা মহাপ্ৰলয়ৰ কাৰণে মহাসাগৰৰ বুকুত দুৰ্বাৰ উৰ্মিবোৰ উঠিছে। আশ্ৰয় বিচাৰি অপলাই সাগৰৰ বুকুত হাবুডুবু খাইছে। কিন্তু কোনো নাই, বিবা আশ্ৰয় আছিল সৃষ্টিকৰ্তাৰ অভিশাপত যেন তাৰ নিষ্ঠুৰ মৃত্যু হল। চিন্তাৰ জোৱাৰ-ভাটাত তাইৰ মনত অশান্ত ঢৌৰ সৃষ্টি হৈছে।

সন্ধিয়াৰ কথাটো তাইৰ আকৌ মনত পৰিল—।

অপলাৰ ককায়েক বিকাশে টেলিগ্ৰামখন দৈছিল। এখন টেলিগ্ৰাম আহিলে মানুহৰ সাধাৰণ যি এটা উদ্বিগ্নতা হয় তাৰ বাহিৰে তাইৰ বা আন কাৰো মনতেই একো চাঞ্চল্যৰ ভাব অহা নাছিল। তাই জানো বুজিছিল সোণালী জেউতি সিলোৱা কল্পনাৰ সূক্ষটোক বাস্তিপুৱাতে ৰাহুৱে গ্ৰাস কৰিব, যে এটা দুৰ্ভেদ্য অন্ধকাৰৰ যৱনিকা আহি পৰিব তাই কামনা কৰা জীৱনৰ মুকলি আকাশখনত।

"Prasanta met watery grave"—
মাথোন চাৰিটা শব্দ।

কথাটো অপলাই উপলব্ধি কৰাৰ আগতে দেখিলে যে তাইৰ চকুৰ আগৰ পৰা ৰূপ-ৰস-গন্ধৰ পৃথিৱীখন মুহূৰ্তৰ ভিতৰতে অদৃশ্য হল। জুলন্ত ফিৰিঙতি কিছুমান যেন সমগ্ৰ বিশ্বৰ বুকুত সিচৰতি হৈ পৰিল।

বাকেক তেতিয়াও জুলৰ পৰা আহি পোৱাহি নাছিল।

দুঃখজনক খবৰ আহিল যদিও ককায়েকে হয়তো এনে এটা মুহূৰ্তৰ সৃষ্টি হব বুলি কল্পনাই কৰিব পৰা নাছিল। ভনীয়েকৰ মনো-জগতত যে ইতিমধ্যে এনে এখন বিশাল সাম্ৰাজ্যৰ প্ৰতিষ্ঠা হৈছে তাইৰ অধ্যাপক ককায়েকে হয়তো সেই কথা বুজিবলৈ চেষ্টাই কৰা নাছিল।

যেতিয়া তাই চকু মেলে, দেখে যে তাই মাকৰ কোলাত।

হয়তো মাকেও কান্দিছিল। জীৱনৰ বাটত বহুদূৰ আগুৱাই অহা বাবেই হবলা জেঠেৰৰ ওপৰত ভাব প্ৰৱণতাৰ প্ৰাবল্য অলপ কম।

বিকাশে ডাক্তৰ আনিবলৈ গৈছিল।

মাকে তাইৰ চকু দুটাত অলপ পানী ছটিয়াই দিয়ে। ..........স্বৰ্গৰ সোণৰ সিংহাসনতকৈয়ো তাইৰ মনত বেচি শান্তিময় যেন লাগে মাকৰ সহানুভূতিশীল আৰু মৰমভৰা কোলা। তাই মুখেৰে একো নকয়।

যাদুকৰৰ যাঠীৰ পৰশত যেন মাতটো হেৰাই গৈছে। তাইৰ হিয়াত আঘাতটো কিমান গভীৰ হৈ লাগিল তাকে প্ৰকাশ কৰিবলৈ হয়তো অনৰ্গল ধাৰাই আহিছিল তপত চকুলোবোৰ।

ডাক্তৰ আহিল।

পিছে পিছে নিঃশব্দে সোমাই আহিল বিকাশ। "Severe shock in heart."—ডাক্তৰে চাই কলে। "ভয় কৰিবৰ কোনো আৱশ্যক নাই, Complete rest is needed." ডাক্তৰ হলেও তেওঁ ডেকা মানুহ। ইতিমধ্যে তেওঁ বিকাশৰ পৰা ঘটনাটোৰ বিষয়ে গম পাইছিল।

নিশ্চল হৈ পৰি থকা অপলাৰ ফালে তেওঁ চাই পঠিয়ালে। তাইৰ চকু দুটাত যেন ব্যৰ্থতাৰ কান্দোন লুকাই আছিল। কোমল ৰঙা গাল দুখনত যেন কিবা এটা ছাঁ আহি পৰিছেহি। নিগৰলেহি সৰকি যাব খোজা ৰঙাবুলীয়া বেলিটোৰ শেষ পোহৰত যেন ডেকা ডাক্তৰে অপলাৰ বুকুৰ ওখ ঠাইখিনিত কিবা এটা কম্পন অনুভৱ কৰিলে।

তেওঁ শিয়ৰি উঠিল।

"ভাল থাক, মই যাওঁ; তেখেতক অলপ গৰম গাখীৰ খাবলৈ দিয়ক।" শোক-গম্ভীৰ

পৰিবেশৰ পৰা ওলাই যাব খোজা ডাক্তৰে হয়তো ভাবি পেলায় ধুনীয়া ছোৱালীবোৰৰ জীৱনত এনে এটা ধুমুহা অহা কাৰণ যেন সৃষ্টিকৰ্ত্তাৰেই কিবা এটা আদিমতম ভুল।

মাক ভিতৰলৈ গ'ল।

বিকাশ বিছনাখনতে তাইৰ মুখৰ ওচৰত বহিল। বোধকৰো কিবা এটা ভাবিলে। জেপটো খেপিয়াই ৰুমাল এখন উলিয়াই তাইৰ চকু দুটাৰ পৰা বিৰিঙি অহা পানীখিনি মচি দিলে। "Come and let us cry together"—বোধ হয় বিকাশে ভাবিছিল।

ৰুমালখন দলিয়াই থৈ তেওঁ অপলাৰ আঙুলিবোৰ পিটিকি দিলে—তাইৰ আঙুলিবোৰেও যেন আশ্ৰয় বিচাৰি হাবাথুৰি খাই ফুৰিছে। জনীয়েকৰ মনৰ অৱস্থাৰ এনে এটা দোমোজাত থিয় হৈ এবাৰ চেষ্টা কৰিলে অতীতৰ ইতিহাস খুচৰিবলৈ। আজি যেন তাৰ এটা অতি আৱশ্যকতা আহি পৰিছে। কিবা এটা ভুলৰ মাজে যেন সাজি থোৱা পৰিকল্পনা এটাৰ আমুল পৰিবৰ্তনৰ আৱশ্যক হ'ল।

বিয়ৰবাহ ত্ৰিভুৱন বাহ তিনিটাৰ বিৰমতাৰ দবেই বিকাশ, প্ৰশান্ত আৰু অপলাৰ জীৱন-কলাৰ ধাৰা বেহিত হ'লেগ। বিকাশ অসমীয়া সাহিত্যৰ অধ্যাপক; প্ৰশান্ত একাতে তাৰ সহপাঠী আন-হাতে শিল্পী। সি আছিল এখন স্কুলৰ শিক্ষক আৰু অপলাৰ গাত দেখা গৈছিল এটা কবি-প্ৰাণৰ আভাস। বিকাশে অধ্যাপনা কৰা কলেজৰ তাই দ্বিতীয় বাৰ্ষিক কলাৰ ছাত্ৰী। বিয়ৰবাহ ত্ৰিভুৱৰ স্থায়ীত্ব থকাৰ দৰেই সিহঁত তিনিওৰে মাজত এটা স্থায়ী অৱস্থা আছিল।

অপলাৰ বায়েক নীভা আছিল শিক্ষয়িত্ৰী। আজেমান দিনৰ আগতে নীভাৰ বিয়াৰ বন্দোবস্ত হৈছিল এজন ব্যৱসায়ীৰ লগত। কিন্তু সেই সময়ত তাই সকলোকে জনাই দিলে যে বি-এচ-চি পাচ নকৰালৈকে তাই বিয়া নোসোমায়।

দিনবোৰ বাগৰি যায়।

নীভাই গ্ৰেজুৱেশ্বন ললে। কিন্তু বিয়া নহল। ছোৱালীৰ বিয়া নোহোৱাটো অস্বাভাৱিক যদিও নীভাৰ জীৱনত শাস্ত্ৰীয় বিয়া নোহোৱাটো স্বাভাৱিক দেখা গ'ল।

"বিকাশদা, তই বহি আছ, সাহিত্য সন্মিলনীলৈ নগলি" ? এটা মুক মৌনতাৰ পাছত অপলাই মাত লগালে। পাগলগা মধুৰ বাযুনগুনত কিবা এটা কঁপনি উঠিল যেন। নীল সাগৰৰ বুকুৰ কোনোবা এটা দ্বীপত প্ৰতিধ্বনি এটা হেৰাই যোৱাৰ দৰেই তাইৰ শব্দৰ শেষখিনি কোনেও নেদেখাকৈ কঁপি কঁপি যেন নাইকিয়া হৈ গল সেই মগ্ন মৌনতাত।

"এবা, যোৱা নাই"—সি আৰু নামাতিলে। তাৰ যেন আজি একেলগে বহুত কথা ভাবিবলৈ দৰকাৰ আহি পৰিছে। তাৰ মনৰ চকুত কুণ্ডলী পকাই চিন্তাবোৰ আহিছে আৰু গৈছে। "প্ৰবাল দ্বীপৰ মাজেৰে নাও বাই যাওঁতে অকলশৰীয়া নাৱৰীয়াটোৰ হাতৰ পৰা মুকুতাৰ মণিধাৰ ছিঙি অৱজ্ঞবকৈ সৰি পৰিল দয়া সাগৰৰ অতল তলিত"—হয়তো বিকাশে ভাবে।

গাখীৰ একাপ লৈ মাক সোমাই আহে। নীৰৱে বহি থকা পুতেকলৈ চাই কয়—'বাপু বা, তযো চাহ খাগৈ, মই মালিতাক কৈ আহিছো।" মালিকা চাকৰণী ছোৱালীজনীৰ নাম।

"লা, হেঁা গাখীৰ খা"—মাকে তাইক গাখীৰকণ খাবলৈ দিয়ে। বিকাশ তাইৰ কাষৰ পৰা উঠি যায়। অকলশৰে থকাই হৈছে ভাবিবলৈ আটাইতকৈ ভাল অৱস্থা। অপলাই অনুভৱ কৰে

যেন মাকৰ উপস্থিতিত তাইৰ ভাৱবোৰক মাকৰ ভাৱবোৰে খেকেচি খেকেচি যন্ত্ৰণা দিছে।

জোতাৰ ক্ষীণ শব্দ এটা ক্ৰমে ওচৰ চাপি আহে। এহাতে এবোজা কিতাপ আনহাতে ছাতিটো লৈ নীতা সোমাই আহে। বয়স তাইৰ চৌবিশ ছাবিশৰ ভিতৰত হ'ব। বয়সীয়া ছোৱালী বুলি নাম এটা পালেও বাটৰ মানুহে ক্ষন্তেক চাই যোৱা সৌন্দৰ্য্য এটা আছে বুলি তাই গৌৰৱ কৰিব পাৰে।

কোঠাটোত সোমোৱা লগে লগেই তাই বুজি উঠিল যেন অশৰীৰি প্ৰেতাত্মা এটা কোঠাটোৰ ভিতৰত ঘূৰি ফুৰিছে..................এটা বদ্ধ আবহাৱা..................মৃত্যু নীৰৱ নিস্তব্ধতাটো ভাঙিবলৈ তাই সাহ নকৰিলে। যেন বতাহখিনি চাইক্লোন এটা অহাৰ পিছত অলপ শান্ত হৈছে। তাইৰ মাতটোৱে যেন অসংখ্য wave motion ৰ সৃষ্টি কৰি আকৌ এটা প্ৰলয়ৰ সৃষ্টি কৰিব। মাকলৈ চাই তাই চকু দুটাৰে যেন প্ৰশ্ন কৰিলে, "কি হৈছে ?"

মাকেও যেন নিস্তব্ধতাটো ভাঙিব খুজিলে। আঙুলিয়াই দেখুৱালে টেবুলৰ ওপৰত পৰি থকা টেলিগ্ৰামখনলৈ। তাই কাগজটুকুৰা তুলি আনি পঢ়িলে—

"Prasanta met watery grave."

নীতাই হয়তো শব্দ চাই অৰ্থটো বুজিবলৈ চেষ্টা কৰিলে, চকু দুটা ডাঙৰকৈ মেলি দি। নাই, ঠিকেই আছে, অৰ্থাৎ প্ৰশান্ত মৰিল। শব্দ কেইটাই প্ৰকাশ কৰা অৰ্থটোৰ pathosখিনি তাই ভালকৈ উপলব্ধি কৰিলে। এবা, প্ৰশান্তৰ মৃত্যু হ'ল। জীৱন ৰক্ষা কৰিবলৈ যোৱা প্ৰশান্তই ললে মৰণৰ মালা। হতভম্ব হৈ তাই টেবুলৰ কাষত থকা চকীখনত বহি পৰিল।

নীতাই জানিছিল অপলাই প্ৰশান্তক ভাল পায়। কোনো যুক্তি নোহোৱাকৈ ইয়াক সমাধান কৰিব পাৰি—

And yet a spirit of still, a bright
With something of an angel-light.

কোনোবা চিচুবিয়াচৰ উদ্‌গীৰণে অপলাৰ সেই ভালপোৱাৰ সৌধটো ভাঙি পেলালে। প্ৰশান্তক এইটো জীৱনত তাই হেৰুৱালে। তাৰ বহল বুকুত থকা মৰমখিনিৰ পৰা অপলা বঞ্চিত হল।

সময়বোৰ যাব লাগিছে............

শোকনিস্তব্ধ ঘৰখনত নতুন বতাহ এছাটি এতিয়াও অহা নাই। প্ৰত্যেকেই ব্যক্তিগত চিন্তা লৈ বহি আছে নিশ্চল হৈ. যেন কোনোবা শৈল যুগৰ মূৰ্ত্তি—ভাব আছে প্ৰকাশ নাই।

শান্ত বতাহৰ বুকুত জলতৰঙৰ দৰে এটা শব্দ উঠে............অৱস্থাৰ আতিশয্যত তাৰ পৰিসমাপ্তি ঘটে। কঁপি কঁপি সি বহি যায়, যেন মহাসাগৰৰ বুকুত এখন জাহাজ ডুবি যায় চিৰদিনৰ কাৰণে............।

"মা, তইঁত যাগৈ, তযো যা বাইদেউ, মোক অলপ অকলে থাকিবলৈ দে"— অপলাই কৈ উঠে। ঘুমন্ত আবেশ এটাৰ পৰা যেন হঠাতে নীতাই সাৰ পাই উঠে। তাইতো অথনিয়েই স্কুলৰ পৰা আহিল। নিশব্দে জোতা-জোৰ খুলি তাই ওলাই যায়।

অলপ পাছতে মাকো যায়গৈ।

যাওঁতে মাখোন কৈ যায়, "পলা, শুই অলপ শো, আৰাম পাবি।"

দুখত তাইৰ হাঁহি উঠে। তাইৰ জানো আৰু আৰামত আৱশ্যক আছে। যাৰ কাৰণে তাই জীৱনটো গঢ়ি তুলিব খুজিছিল তেৱেঁই

সেতিয়া বলিয়া লুইতৰ অশান্ত বুকুত পৰি আছে তাইৰ আকৌ কেনে আৱাসৰ আৱশ্যক কি ?

কোনেও নেদেখাকৈ কোনেও শুশুনাকৈ তাইৰ অতি আপোন প্ৰশান্তৰ বাবে তাই অকলে এটুপি চকুলো টোকক। তাইৰ প্ৰাণৰ আনন্দৰ বিনিময়ে প্ৰশান্তৰ আত্মাই অলপ শান্তি পাওক—এয়ে তাইৰ ইচ্ছা।

"প্ৰশান্ত দা, মই তোমাক বিচাৰি যাম"—কেইষাৰমান কথা তাইৰ মুখৰ পৰা নিজৰ অজ্ঞাতসাৰে ওলাই আহে, "বলিয়া লুইতৰ কোবাল সোঁতৰ পৰা মই তোমাক লৈ আহিমগৈ প্ৰশান্ত দা !"

তাইৰ চকুৰ আগত ভাঁহি উঠে পাহৰিব নোৱাৰা এখন ছবি। মনত পৰে প্ৰশান্তই তাইৰ পৰা বিদায় লোৱা কথা।

বানপানীত পীড়িত লোকক সাহায্য কৰিবলৈ এটা সমিতি গঠিত হৈছিল—সম্পাদক আছিল প্ৰশান্তকুমাৰ দত্ত। চহৰৰ মানুহৰ পৰা অৰ্থ সংগ্ৰহ কৰি আৱশ্যকীয় বস্তু-বাহানি লৈ তেওঁলোক যাত্ৰা কৰিছিল আজি প্ৰায় কুৰি দিন মানৰ আগতে।

যোৱাৰ আগতে এদিন কথা প্ৰসঙ্গত প্ৰশান্তই অপলাক কৈছিল—"বুইছা পলা, মোৰ এই ভাবি বৰ ভাল লাগিছে যে জীৱনত লোকৰ বাবে নিজক কষ্ট দিবলৈ আগবাঢ়িছোঁ।"

অপলাই সেইদিনা প্ৰশান্তক যেন বৰ শান্ত, বৰ গম্ভীৰ দেখিছিল। মানুহৰ প্ৰতি উপচি পৰা দয়া আৰু মৰম তাৰ চকুৰ দৃষ্টিত থুপ খাই আছে।

"চেক্ৰেটৰী হৈছা, কাম বেচিকৈ কৰিলেও নিজৰ দেহৰ কাৰণে অলপ ভাবিবা"—অপলাই তাক কয়।

"মানুহ মৰে, একো বিচিত্ৰ নহয়। কিন্তু মানুহৰ কাম অৰ্থাৎ action—তাৰ কেতিয়াও মৃত্যু নহয়। বুদ্ধদেৱ মুঠেই কেইদিনমানহে জীয়াই আছিল। মহাত্মা গান্ধীনো কেইদিন জীয়াই থাকিবলৈ পালে ? কিন্তু চোৱা, তেওঁলোকৰ action জীয়াই আছে আৰু থাকিবও। সেই বাবেই কঙ্কালসাৰ দেহা এটাৰ মাজত সোমাই থকা মহাত্মাৰ প্ৰাণটোৰ প্ৰতি আমাৰ ইমান শ্ৰদ্ধা।" চাগৈ তেজাৰ বুকৰ সপ্নবোৰ প্ৰশান্তৰ আদৰ্শবাদী মনটোত থুপ খাই আছে।

যি পৰ্যান্ত অপলাই জানিছিল প্ৰশান্তৰ মৃত্যু হোৱা নাই সেই পৰ্য্যন্ত ভাবৰ ৰূপেৰে অদৃশ্য প্ৰেতাত্মাবোৰে তাইক আমনি দিয়া নাছিল। কিন্তু আজি ?

যুগ যুগ ধৰি লিখি অহা মৰমৰ ইতিহাস খনৰ পাতবোৰ যেন খেলিমেলি হৈ গ'ল। অশান্ত মনটোৱে ধ্বংসস্তূপৰ মাজত কিবা কিছুমান বিচাৰি পাবলৈ প্ৰয়াস কৰিছে।

তাইৰ মনত পৰে—প্ৰশান্তই কৰ্ম্মক্ষেত্ৰলৈ যাত্ৰা কৰাৰ আগৰ দিনটোৰ কথা। সিহঁত দুয়ো মন্দিৰলৈ গৈছিল।

পুৰণা শিৱ মন্দিৰটো।

হাবিখনৰ মাজত অকলশৰে থিয় হৈ আছে, হয়তো কোনোবা এটা সভ্যতাৰ প্ৰতীক ৰূপে। গছ-গছনিবোৰৰ মাজেদি ছেগা-চোৰোকাকৈ দূৰৰ পৰা দেখা যায় শিৱৰ মন্দিৰটোৰ নীৰৱ বিস্তৃতি। মন্দিৰটোৰ কেউকাষে আম, কঠাল, ঔটেঙা আদিৰ গছ আৰু সহজলভ্য ফুলগছ কিছুমান। খটখটিটোৰ প্ৰায় কাষতে জ্বলি আছে এটা ধুনি। শিৱভক্তসকলে মাজে সময়ে দুই-এচিলিম ভাঙ খোৱা দেখা যায়।

সিহঁতৰ অহা অলপ পলম হ'ল।

পূজা আৰম্ভ হৈছে ইতিমধ্যে। শঙ্খ আৰু ঘণ্টাৰ মাজে মাজে পূজাৰীৰ মন্ত্ৰধ্বনি শুনা যায়। এটা শান্ত পৰিবেশ মন্দিৰ প্ৰাঙ্গণত। যেন নিশ্চল

শিলৰ মূৰ্ত্তি এটাৰ পৰা ওলাই অহা সুন্দৰ দেৱতা এজনক স্বাগত জনাবলৈ সকলো মৌন হৈ আছে।

পূজা শেষ হ'ল।

প্ৰশান্ত আৰু অপলা দুয়ো পূজা ঠাইলৈ যায়।

পূজাৰীৰ আগত শিলৰ ৰূপেৰে দেখা যায় মৌন দেৱতা। কেইগছমান ঘিউ-চাকি জ্বলি আছে। ধূপ-ধুনাৰ গন্ধত ঠাইখনত এটা পবিত্ৰতা অনুভৱ কৰা যায়।

"দূৰৰ দেৱতা, তুমি বাৰু কোন দিনা প্ৰাণ পাবা, আৰু কিমান দিন চকুৰ পানী দি মানুহে তোমাক পূজা কৰিব"—হয়তো দুয়ো একেলগে ভাবে।

.........পুষ্পাঞ্জলি দি দেৱতাৰ আশীৰ্ব্বাদ লৈ দুয়ো ওলাই আহে। দুয়োৰে চকু-মুখত এটা পবিত্ৰতা জিলিকি উঠা দেখা যায়। পৃথিৱীৰ শিশু অৱস্থাতে যেন এহাল ডেকা-গাভৰুৱে সীমাহীন বিশ্বৰ কোনোবা এজন স্ৰষ্টাৰ পৰা সঞ্জীৱনী-মণি লৈ আহিছে।

প্ৰশান্তই এনেয়ে অপলাৰ চকুলৈ চাই পঠিয়ায়। তাইক বহুদূৰলৈ চাই থকা যেন দেখি। তাই চাগৈ নীল আকাশৰ বুকুত মাটিলৈ দেৱতা নামি অহা বাটটো বিচাৰিছে। অলপ পাছতে প্ৰশান্তৰ আঙুলি কেইটা অপলাৰ হাতৰ মুঠিৰ মাজত সোমাই পৰে। ক্ৰমে সিইতৰ আৰু মন্দিৰৰ ব্যৱধান বাঢ়ি আহে।

অস্তমিত আকাশৰ শেষ স্পৰ্শৰ দৰে সিইতৰ কপালত দেখা যায় দুটা চন্দনৰ ফোঁট। জীৱনৰ জয়যাত্ৰাৰ বাবে যেন বহুতখিনি আশীৰ্ব্বাদ লুকাই আছে সেই ফোঁট দুটাত। দুয়ো দুয়োৰে চকুলৈ চায়—দুয়োৰে ওঁঠত বিৰিঙি উঠে একোটা শব্দহীন হাঁহি হয়তো নিজৰ অজ্ঞাতসাৰে।

তাৰ পিছদিনাই প্ৰশান্ত যায়গৈ।

এখন বাচ বিজাৰ্ভ কৰি আৱশ্যকীয় বস্তু-বাহানি লৈ তাৰ দলটোৱে যাত্ৰা কৰে বানপানী বিধ্বস্ত অঞ্চললৈ। যাতায়াতহীন অঞ্চলত বলিয়া লুইতে কাল মূৰ্ত্তিৰে ধ্বংসলীলা চলাইছে, জীৱশ্ৰেষ্ঠ মানৱৰ সকলো ক্ষমতা পঙ্গু কৰি। শ শ বিপদগ্ৰস্ত মানুহে আতুৰ হৈ বিচাৰিছে এখন সহায় হাত।

প্ৰশান্ত আছিল সৎসাহসী।

তাতে দোষ ধৰি কাল ব্ৰহ্মপুত্ৰই দেৱতাৰ আশীৰ্ব্বাদ আওকাণ কৰি প্ৰশান্তক লৈ গ'ল। হয়তো তাতোকৈ বেচি বানপানী হৈছে কোনোবা এখন মহাসাগৰৰ দেশত য'ত তাৰ সেৱাৰ আৱশ্যক বেচি।

"প্ৰশান্ত দা, পানীৰ তলত কই আছা তুমি"—তাইৰ চকু দুটাত ভাঁহি উঠে প্ৰশান্তৰ বিমল মুখখন।

মনৰ আন্ধাৰে বাহিৰৰ আন্ধাৰ আৰু নিঠুৰ কৰি তুলিছে। পোহৰ আৰু আন্ধাৰৰ সমাবেশত জাগি উঠে সৌন্দৰ্য্য। কিন্তু বোলে পোহৰতকৈ আন্ধাৰ ভাল। কিয়নো আন্ধাৰৰ মাজত আন্ধাৰতকৈ পোহৰৰ মাজেদি দেখা আন্ধাৰ বেচি ভয় লগা।

ৰাতিৰ তপস্যা।

নিস্তব্ধ ৰাতিয়ে পিছদিনা সূৰ্য্যৰ আগমনী কামনা কৰি তপস্যা কৰিছে। গহীন ৰাতিটোৱে তাইক ভয় লগাব পৰা নাই। তাইৰ বাহিৰে ঘৰৰ সকলো শুইছে।

অপলাই কান্দি পেলায়। বুকুখনৰ কোনোবা খিনিত হয়তো দুখ অনুভৱ কৰে। বুকুতে গাৰুটো কি তাই হেঁচা মাৰি ধৰে। বিষাদৰ শব্দহীন প্ৰকাশ অশ্ৰুবোৰে গাৰুটো তিয়াই পেলায়।

ৰাতিপুৱা পোহৰ হ'ব।

তাইৰ মনটো জানো পোহৰ হ'ব?

# লুইতৰ পাৰৰ চেঁচা বতাহ

উমানন্দ ফুকন

ভীষণ গৰম পৰিছিল। মেহনতি মজুৰৰ পৰা বৈদ্যুতিক বিচনীৰ বা তলৈ থকাসকলেও গৰমৰ প্ৰকোপত গধুলিৰ বতাহজাককৈলৈ অপেক্ষা কৰিছে। বেচিকৈ গৰম পৰিলেই গধূলি পৰত সাধাৰণতেই বৰষুণ বা বতাহ আহেই। কিন্তু সিদিনা লুইতৰ বুকুৰেদি সচৰাচৰ বৈ থকা বতাহৰ সোঁতো বলা নাছিল। চাৰিওফালে যেন জুইহে। উত্তপ্ত অগ্নি-পিণ্ডটো পশ্চিমেদি শেষ হৈ যোৱাৰ পাছতো প্ৰায় সেই একে অৱস্থাই।

মাধৱ ওলাই যায় সেই ৰেলৰ লাইনৰ কাষেদিয়ে যোৱা বাটটোৰেদি। অন্যমনস্ক হৈ বাওঁ-তেই কঠাৎ সি সোমাই পৰে পকা আলিবাটৰ মাজত থকা এটা গাঁতত। গাঁতটো যুদ্ধৰ দিনৰ দহচকীয়া গাড়ী চলাৰ চিন্। যুদ্ধৰ প্ৰতিকৃতি স্বৰূপ সেই গাঁতটোৱে তাক বহুত কথা মনত পেলাই দিয়ে। তাৰ মনত পৰে সেই ঠাইডোখৰৰ পুৰণি পৰিবেশটো। আগেয়ে সেই ঠাইডোখৰ বেচ ভাল আছিল। মাজেদি ৰেলৰ লাইনটো—দুয়ো কাষেদি দুটা এচ.ফালটু দিয়া আলিবাট সমান্তৰাল ভাবে নৈৰ কাষলৈকে গৈছিল। তাৰ দাঁতিতেই ধুনীয়া ধুনীয়া ফুলনিৰে ধুনীয়া ধুনীয়া ঘৰবোৰ। প্ৰথমেই বাইবাগাছৰৰ, তাৰ পাচত হুৰবাৰ, তাৰ পাচত বৰুৱাৰ—আৰু কত। কিন্তু এতিয়া আৰু সেই পৰিবেশ নাই। যুদ্ধৰ দিনতেই সেই সকলোবোৰ ধ্বংস হ'ল। পৃথিবীৰ বুকুত শেল মাৰি মাৰি বহুত ৰেলৰ লাইন বহুৱাই পেলালে। সেই লাইনবোৰৰ ওপৰত এতিয়া W ↑ D লিখা ডবা বিলাক কিছুমান জীৰ্ণ অৱস্থাত আৰু কিছুমান কম দৰ্মহা পোৱা ৰেল কৰ্মচাৰীৰ বাসস্থান হিচাবে ব্যৱহাৰ কৰা হৈছে। যুদ্ধৰ প্ৰসঙ্গই তাক সোঁৱৰাই দিয়ে মিলিটেৰী গাড়ীৰ খুন্দাত প্ৰাণ হেৰুৱা একমাত্ৰ ভায়েকৰ কথা। সেই ভয়াবহ দৃশ্যটো চকুলৈ অহাৰ লগে লগে তাৰ শৈশৱত বুকুখনো বিচলিত হৈ উঠে। হৃদপিণ্ডটোৱে যেন গুজৰি উঠিছে—সি অনুমান কৰে। তাৰ পাচত তাৰ মনত পৰে ওচৰৰ গাৰ্ডত সোমাই তথাকথিত সুসভ্য আমে-ৰিকানবিলাকে কৰা অত্যাচাৰবিলাক—আৰু সেই যুদ্ধৰ দিনৰ অৱস্থা কাৰবাৰবিলাক। জাপানী বোমা মিলিটেৰীৰ অত্যাচাৰ—বস্তুৰ দাম—ভাত-কাপোৰৰ অভাৱ—প্ৰাণৰ সংশয়—উস্! এনে সৰ্বনাশীয়া যুদ্ধ যেন আৰু নহওক। কিন্তু সিহে যুদ্ধ নহওক বুলি কয়। ৰামলাল, চামলাল ঠিকাদাৰে কিন্তু সদায়েই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছে "হে প্ৰভু, আকৌ এখন মহাযুদ্ধ অতি সোনকালে লগাই দিয়া।" কোৰিয়াত যুদ্ধ লগা শুনিটো ৰামলালে বস্তু বেচি-বলৈকে বন্ধ কৰিছিল—কিজানিবা দাম বাঢ়েই! নানান ধৰণৰ নোহোৱা কথাবোৰ তাৰ মনত খেলাই যায়। সি আগবাঢ়ে লুইতৰ পাৰলৈ বুলি। W ↑ D লেখা ৰেলৰ ডবাবোৰত বাস কৰা মানুহবোৰৰ ওচৰ পায়েই সি অনুমান কৰে সেই ডবাবিলাকৰ ভিতৰৰ গৰমটো। সি বেগাই গাড়ীবোৰ পাৰ হৈ যায়। উদ্দেশ্য লুইতৰ পাৰৰ চেঁচা বতাহ।

লুইতৰ পাৰত থিয় হৈ মাধৱে আকাশ খনৰ ফালে এবাৰ চাই লয়। পশ্চিমত তেতিয়া কলা কলা ডাৱৰবোৰ গোট খাইছিলগৈ আৰু মেঘবোৰ ঘনীভূত হৈ পশ্চিম আকাশৰ সন্ধিয়াৰ ৰঙাবোৰ আৱৰি পেলাইছিল—কিন্তু পূৱ আকাশত জোনটো ঢাক খোৱা নাছিল। বতাহ

তেতিয়াও বলা নাই। ধীৰ গতিত বৈ থকা লুইতত জোনৰ পোহৰ পৰি ৰূপৰ দৰে জিলিকি থকা পানীবোৰে লুইতক এটা অপূৰ্ব্ব সৌন্দৰ্য্য দান কৰিছিল। লুইতৰ সেই শান্ত ৰূপ দেখিলে অনুমানেই কৰিব নোৱাৰি যে এই শান্ত ৰূপ এৰি ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰিব পাৰে। এই লুইতেই কিমান মাটি-ভেটি উচ্ছন্ন কৰিছে। সেই অমৰাৱতিৰ গাওঁবন, সি সকলো বলখেলা পথাৰখন—এতিয়া নৈৰ বুকুত। নিসঙ্গভাবে নৈৰ কাষত বহি অসংযত বহুত কথা ভাবে—বিশৃঙ্খল ভাববোৰক প্ৰশ্ৰয় দিয়ে। ভাবৰ সোঁতত উটি গৈ সি এটা পুৰণি কথা মনত পেলায়। সিবেলি বহাগৰ বিহুত অকণমানি অজান লৰা এটাৰ মুখত শুনি বৰ ৰহস্য পাইছিল—

"এনেনো যৌৱনকাল
থাকিব কত কাল,
অ-ই আইতা, যৌৱনকাল ভটিয়াই যায়।"

গীতফাঁকি সৰু লৰাটোৰ সুৰদি মাতটোৰে সৈতে আজিও মাধৱৰ কাণত বাজি আছে। কিন্তু গীতফাঁকি মনত পৰিলেই মাধৱৰ নিজৰ যৌৱনটোলৈ চিৰিং কৰে মনত পৰে। লগে লগে মনত পৰে বাস্তৱৰ আঘাতত ভাগি-ছিগি যোৱা সপোনবোৰৰ কথা। সপোন নহয়নো কি? মেট্ৰিক পাছ কৰি যেতিয়া কলেজত নাম লগায় সি তেতিয়া ভাবিছিল বহুত কথা। নানান কল্পনা কৰিছিল। সি ভাবিছিল কলেজত পঢ়ি বি-এ, এম-এ পাছ কৰি এটা ভাল চাকৰি কৰিব। তাৰ পাছত ক্ৰমান্বয়ে তাৰ মনঃপুত এখন সংসাৰ গঢ়ি তুলিব যাৰ কেন্দ্ৰ হব বীণা। আদৰ্শহীন ডেকাৰ স্বভাৱসুলভ আশা-আকাঙ্ক্ষা আৰু কল্পনা তাতোকৈ আৰু বেচি কি হ'ব পাৰে? পৃথিবীখন বুজি পাবলৈ তেতিয়াও তাৰ বহুত বাকী আছিল। সি মাত্ৰ বুজি পাইছিল আত্মকেন্দ্ৰিক কথাবোৰ। সি বীণাক ভাল পাইছিল। কথা-ছবি চাই প্ৰেম ভাব জাগ্ৰত হৈ প্ৰেমত পৰাৰ দৰে তাৰ প্ৰেম নাছিল। তাৰ অজ্ঞাতেই সি বীণাক ভাল পাবলৈ শিকিছিল। বীণাক ভাল পোৱাৰ বাবে সিতো দোষী নহয়। দোষী হলে দোষী হব তাৰ যৌৱন। পাছে যেতিয়া তাৰ সপোনবোৰৰ মাজত বিৰাট "কিন্তু" এটা সোমাই পৰিল তেতিয়াহে মাধৱে পৃথিবীৰ বাস্তৱ স্বৰূপটো বুজিবলৈ যত্ন কৰিলে। মাধৱে লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিলে যে বৰ্ত্তমান সমাজ ব্যৱস্থা ইমান সহজ আৰু সৰল নহয় যে মানুহৰ আশা-আকাঙ্ক্ষা আৰু প্ৰেমে সম্পূৰ্ণতা লাভ কৰিব পাৰে।

অপৰিপক্ক যৌৱনতে হলেও তাৰ জীৱনলৈ অহা প্ৰথম প্ৰেমৰ বতাহজাকে তাক বিপথে লৈ যোৱা নাছিল। বৰং তাক জীৱনৰ বাটেদিয়েই আগবাঢ়ি যাবলৈ উৎসাহ আৰু প্ৰেৰণা যোগাইছিল। কলেজীয়া জীৱনত বীণাৰ পৰা দূৰত থাকিলেও তাৰ কোনো ব্যতিক্ৰম হোৱা নাছিল। মাধৱৰ বহুতো প্ৰচেষ্টাৰ কেন্দ্ৰ আছিল—সেই চিৰ আকাঙ্ক্ষিত দিনটো। গতিকেই সি কলেজীয়া জীৱনত পৃথিবীখনৰ লগত চিনাকি হব নোৱাৰিলে। নিজৰ পৃথিৱীতেই সি আবদ্ধ হৈ সুখ্যাতিৰে বি-এ পাছ কৰিলে। বি-এ পাছ কৰাৰ পৰাই বাস্তৱ পৃথিবীখনৰ লগত তাৰ পৰিচয় হবলৈ আৰম্ভ হয়। তাৰ সপোনবোৰ এটা এটাকৈয়ে ভাঙি যাবলৈ আৰম্ভ কৰে। ভাল চাকৰি তাৰ ভাগ্যত নঘটিল। দুবছৰীয়া চাকৰি প্ৰাৰ্থী জীৱনে তাক জুৰুলা কৰি পেলালে। কিবা এটাটো কৰিবই লাগিব, নহলে নচলে। এনে অৱস্থাতেই তাৰ দেউতাকে তাক এৰি থৈ যায়। দেউতাক ঢুকুৱাৰ পৰাই ঘৰৰ বোজাটো মাধৱৰ ওপৰতেই পৰে। অৱশেষত মাধৱে ওচৰৰে হাইস্কুলত আমী

টকীয়া শিক্ষক সোমায় পৰে। তাৰ কল্পনাৰ সংসাৰখনৰ লগত সি পোৱা সংসাৰখনৰ বহুত পাৰ্থক্যই দেখা দিবে। জীৱনটো এটা বোজা হৈ পৰে। সমাজৰ বিচাৰবিলাকৰ প্ৰতি তাৰ প্ৰথম ঘৃণা ওপজে—যিদিনা সি সৰু ভনীয়েকজনীক প্ৰায় বিনা চিকিৎসাৰে তাৰ অনিচ্ছাকৃত হলেও মৃত্যুৰ মুখলৈ এৰি দিব লগা হয়। সি যে ইমান দুৰ্ব্বল সেই কথা সি আগেয়ে অনুমান কৰাই নাছিল। কিন্তু তাৰ দুৰ্ব্বলতাৰ মূলটো পুৰা মাত্ৰাই অৰ্থ-নৈতিক। মাধৱ তেতিয়াৰ পৰাই বেচি চিন্তাশীল হৈ যায়। মাধৱেতো সুখ্যাতিৰেই বি-এ পাছ কৰিছিল। কিন্তু বাস্তৱত সেইবোৰে একো কামেই দিয়া নাই। বৰং বিদ্যা নথকা একোটাইতেই টকাৰ মাজতে সোমাই সমাজত তাতোকৈ বহুত ওখ স্থান অধিকাৰ কৰিছে। মাধৱৰ চকুত সমাজৰ অন্যায়বোৰ এটা এটাকৈ ধৰা পৰে। সি বিচাৰে এই অন্যায়বোৰৰ প্ৰতিকাৰ।

আজৰি সময় পালেই মাধৱে চিন্তা কৰিছিল পৃথিৱীৰ কথাবোৰ। ছেগ পালেই সেই কথাবোৰ ফঁহিয়াই চাইছিল আৰু লগে লগে আৰম্ভ কৰিছিল সেই বিষয়ে অধ্যয়ন। সি কেতিয়াবা কেতিয়াবা ভাবিছিল—কলেজীয়া জীৱনত সি কি শিকিলে? সি কি পঢ়িলে? অলপ ইংৰাজী লিখা আৰু পঢ়াৰ বাহিৰে যেন অন্য একোৱেই নহল। তাৰ শিক্ষাৰ যে বাস্তৱ জীৱনত কিবা প্ৰয়োজন আছে সি অনুভৱ নকৰিলে। বৰং তাৰ অভিজ্ঞতাবিলাকে কলেজীয়া জীৱনৰ ধাৰণাবোৰ ধ্বংস কৰি পেলালে। গতিকেই সি সমাজ আৰু জীৱনৰ বিষয়ে নতুনকৈ শিক্ষা আহৰণ কৰিবৰ প্ৰয়োজন বোধ কৰি উঠি-পৰি লাগি যায়। জীৱনত সি এটা নতুন প্ৰেৰণা পায়।

জীৱনৰ সকলো ব্যৰ্থতা সি সহ্য কৰিব পাৰে। তাৰ হিয়াখন এতিয়া শিলৰ দৰে টান হৈ পৰিল। কিন্তু তাৰ অপ্ৰকাশিত ব্যৰ্থ-প্ৰেমৰ কথা মনত পৰিলে সি পৃথিৱীখন সহ্য কৰিবলৈ টান পায়।

বীণাক সি ভাল পাইছিল—প্ৰাণ খুলি ভাল পাবলৈ ইচ্ছা কৰিছিল তাৰ প্ৰাণে। অন্তৰত গুমৰি-গুমৰি থকা অনুভূতিবিলাকে বীণাৰ সান্নিধ্যত প্ৰকাশ লাভ কৰিব নিদিয়াকৈ ৰখাত মাধৱৰ বহুতো কষ্ট হৈছিল। যদিও তাৰ অজ্ঞাতেই দুই এটা অনুভূতিয়ে প্ৰকাশ লাভ কৰিছিল তথাপিও তাৰ অভিব্যক্তিবিলাকত সদায়েই এখন কৃত্ৰিম পৰ্দা ৰাখিছিল যাতে তাৰ প্ৰেমে বীণাৰ ওচৰত প্ৰকাশ লাভ নকৰে। কিন্তু কেতিয়াবা কেতিয়াবা তাৰ এনে এটা প্ৰবল ইচ্ছা জাগ্ৰত হৈছিল যেন সি সকলো কথা প্ৰকাশ কৰি দিব। বহুবাৰ সি প্ৰকাশৰ অভিপ্ৰায়ে বীণাৰ ওচৰ পাইছিলগৈ—কিন্তু সি নোৱাৰিলে। বীণাৰ বিয়া-খনো মাধৱে বন্ধ কৰিব পাৰিলেহেঁতেন। সময়ে সময়ে মাধৱৰ এনে ইচ্ছা হৈছিল যে সি যেন লৰি গৈ বীণাক কব "বীণা, মই তোমাক ভাল পাওঁ। তুমি মোৰ।" মাধৱে নিশ্চয়কৈ জানিছিল যে বীণায়ো তাক ভাল পায় আৰু তাৰ কথাত সন্মত হলহেঁতেন। কিন্তু সকলোবোৰ সম্ভাব্যভূত কালতে গ'ল। মাধৱৰ যুক্তি অকাট্য। সি কয় "যিটো মানুহে নিজৰ ঘৰৰ ভনীয়েকক ভাল চিকিৎসা দিব নোৱাৰি যমৰ হাতত এৰি দিলে সেই মানুহে বিয়া কৰায়নো কি কৰিব।" টকা নহলে সংসাৰ নচলে। বীণাৰ বিয়াখন হৈ যোৱাৰ পৰা মাধৱৰো আৰু এটা খুব পৰিৱৰ্তন হ'ল। তাৰ অন্তৰত সমাজৰ অন্যায় অধৰ্ম্মৰ প্ৰতি জাগ্ৰত হোৱা ভাববোৰ মুকলিভাৱে প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে। তাৰ অন্তৰৰ ভাববিলাকক প্ৰকাশ কৰাৰ লগে লগেই

সি উপলব্ধি কৰিব পাৰিলে যে হাজাৰ হাজাৰ মানুহে তাৰ দৰেই অনুভৱ কৰে—তাৰ ভাৱবিলাকক হাজাৰ হাজাৰ মানুহে সহানুভূতি জনাই। সি সেই অৱস্থাত অকলশৰীয়া নহয়।

সেইদিনা গৰমৰ প্ৰকোপত লুইতৰ পাৰৰ চেঁচা বতাহৰ অপেক্ষাত অকলশৰে বহি থাকিও মাধৱে নিসঙ্গ বোধ কৰা নাছিল। সি হাজাৰ হাজাৰ তাৰ দৰে পীড়িত জনতাৰ মাজত উটি ফুৰিছিল। মাধৱৰ জীৱনৰ ঘাত-প্ৰতিঘাতবিলাকে তাক বুজাই দিয়ে যে তাৰ দৰে শত শতই বিচাৰে সমাজৰ এটা আমূল পৰিবৰ্ত্তন—এখন নতুন সমাজ—এখন নতুন পৃথিৱী—যি পৃথিৱীত মানুহৰ সুস্থ, সৰল অনুভূতিবোৰ ভাত-কাপোৰৰ সমস্যাই হেঁচি ৰাখিব নোৱাৰে। ৰূঢ় বাস্তৱে শিকাই দিয়ে তাৰ জীৱনৰ পথ। সেইহে আজিৰ মাধৱ বিপ্লৱী—দুৰ্ব্বাৰ গতিত আগবাঢ়ি যোৱা জনতাৰ লগত মাধৱ আজি আগবাঢ়ি গৈছে। সি ৰৈ থাকিব নোৱাৰে। ৰৈ থাকিলে বহুদূৰ পাছ পৰি যাব। নিৰ্ব্বাক আৰু অচল হৈ সি সমাজত জীয়াই থকাতকৈ মৰাই ভাল। দৰিদ্ৰতাই শেষ কৰি দিয়া জীৱনবিলাকলৈ প্ৰাণ আহক—সেয়ে তাৰ কামনা। লুইতৰ পাৰৰ চেঁচা বতাহে তাৰ অন্তৰত জ্বলি উঠা ক্ৰোধগ্নিৰ উত্তাপত উত্তপ্ত হোৱা অন্তৰ জুৰ পেলাব নোৱাৰে। পশ্চিমৰ পৰা হিলদল ভাঙি অহা বৰষুণ জাকেও হাৰ মানে।

---



# পাহাৰী চিঠি

—বিষ্ণু ভূঞা

ফুল ফুলে; মৰহে—লেবেলি শুকাই যায়। দিনবিলাকো ফুলৰ পাপৰিৰ দৰেই মৰহি যায়—অতীতৰ বুকুত হেৰাই যায়। কিন্তু এই দিনবিলাকে আমাৰ অন্তৰত নিৰ্মাণ কৰি যায় কিছুমান হাঁ-হুমুনিয়াহ আৰু দুখ-বেদনাৰ 'জতুগৃহ' সময়ৰ সুবিধা পালে সিহঁত জ্বলি উঠে—আমাক দেহ-পুৰি মাৰে। সেউজীয়া পৃথিৱীখনৰো যেতিয়া সম্মোহন ৰূপটো হেৰাই যায়—সি হৈ পৰে আমাৰ কাৰণে এটা আমনিৰ বস্তু। জীয়াই থকাৰ আশাবিলাকো তেতিয়া লেবেলি পৰে।

শীতকালৰ এটা সেমেকা সন্ধিয়া। পশ্চিম আকাশত অস্তমিত সূৰ্যৰ সেন্দুৰীয়া ৰহণটো নিঃশেষ হৈ যোৱা নাই। ডাৱৰবিলাকত ৰঙৰ বাহাৰ। দূৰ-দূৰণিত দিগন্তৰ শেষ সীমনাত হংসবলাকাৰ মনোৰম পংক্তিবোৰ। দিকচৌ পথাৰৰ পৰা ঘূৰি অহা গৰু-মহবিলাকৰ খুৰাৰ ধূলিৰে নীলা আকাশখন ঘোলা কৰি তুলিছে।

মনটো অতি ভাৱৰীয়া লাগিছে। মুকলি পথাৰৰ একোণা লঠঙা আহতৰ দৰেই জীৱনটো অতি অকলশৰীয়া অনুভৱ কৰিছো। কিবা এটা প্ৰিয় বস্তুৰ দৈন্যই মনটোক বিব্ৰত কৰি তুলিছে। আমঠু ভেদ কৰি কিছুমান হুমুনিয়াহ ওলাই আহে—সাজ্যা আকাশ জুৰি যেন সিহঁতে বহি যায়—কিছুমান বিষাদৰ নিস্তব্ধ আকুলতা। মনৰ আন্ধাৰ কোঠাত বন্দী হৈ থকা অসংখ্য স্মৃতি-বিলাকে মুক্তি লাভ কৰে; মনৰ খোৱালগা

পৰ্দাখন দাঙি সিইত যেন ওলাই আহে—এটা বিৰাট শৱ-যাত্ৰাৰ সমদলৰ দৰেই। হিয়াৰ তন্ত্ৰীত বাজি উঠে এটা ছন্দহীন উদ্বাউল সুৰ। ..........

জীৱনৰ বসাল কালডোখৰত এৰি অহা বন্ধুবিলাকলৈ মনত পৰিছে। কেতিয়াবাই পঢ়া টি হুদৰ "ডি লাইট্ অব আদাৰ ডেইজ" নামৰ কবিতাটোলৈ মনত পৰিছে, কবিতাটোৰ সত্যতাটো ৰক্তে ৰক্তে উপলব্ধি কৰিব পাৰিছো। "আই ফিল্ লাইক্ ওৱান্, হু ট্ৰেড্চ্ এল'ন চম্ বেঙ্কেট্ হল ডেজাৰটেড্"। বিশেষকৈ অজিতটো মোৰ ওচৰৰ পৰা আতৰি যোৱা অতি দুঃসহ হৈ পৰিছে। তথাপি আজি প্ৰায় এটা বছৰে তাৰ একো সন্ধান উলিয়াব নোৱাৰি মই যেন দেই-পুৰি মৰিব লাগিছো।

অজিত মোৰ বন্ধু। নলে-গলে লগা বন্ধু। শিল্পী অজিত বৰুৱা। একেধাৰে সঙ্গীতজ্ঞ, সুৰকাৰ সঙ্গীত-ৰচক। গোটেই অসমত যেন আজি অজিত বৰুৱাৰ যশস্যাই সিমনি তুলিছে। আজি এবছৰ হল সি নিৰুদ্দেশ। আজি বিষাদ-সাগৰৰ পাৰত বহি অজিতৰ অতীত জীৱনৰ মৌন-ইতিহাসৰ পাতবিলাক লুটিয়াই গৈছো—জোৱাৰ উঠিছে—বহুত কথাই মনত পৰিছে।

অজিত আৰু মাকক লৈয়ে সিইতৰ পৰিয়ালটো। নগৰৰ এচুকত সিইতৰ নীৰৱ পঁজাকেইটা। আগত ধুনীয়া ফুলনিখনি। তাৰ সিফালে বহুত দূৰলৈকে জোৰা মুকলি পথাৰখন। অজিতে নগৰৰ সঙ্গীত বিদ্যালয়ত শিক্ষকতা কৰিছিল। আজি এবছৰ হৈ গৈছে—সঙ্গীত বিদ্যালয়ৰ পৰাও সি আতৰি গৈছে। ইতিমধ্যে তাৰ একমাত্ৰ আশ্ৰয় স্নেহশীলা জননীয়েও সেউজীয়া পৃথিৱীৰ মৰম নেওচি চিৰকাললৈ আঁতৰি গৈছে। অজিতৰ মাকৰ মৃত্যুৰ কথা মনত পৰিলে আজিও মোৰ অস্থি-মজ্জাবিলাক কঁপি উঠে। তেজবোৰ হিম-চেঁচা হৈ যায়। ..................

দেখি সেই অভাগী মাকজনী! মৃত্যুৰ আগ-মুহূৰ্ত্তলৈকে মোক কৈছিল, "অনিল! অজিত মোৰ ক'ত? তই তাকনো বাৰু মোৰ ওচৰলৈ আনি দিব নোৱাৰনে?" মই তেওঁক সান্ত্বনা দিবৰ কাৰণেই ফাঁকি দি কৈছিলো—"বৰমা! অজিত আহিব—মই টেলিগ্ৰাম কৰিছো। আপুনি নিটাল মাৰি শুই থাকক।" বুঢ়ীয়ে মোৰ কথাতেই পতিয়নে গৈ শুই থাকে। আৰু অলপ সময়ৰ পাছতেই একে অনুৰোধটো। অনুভৱ কৰিছিলো—অজিতৰ অনুপস্থিতিৰ প্ৰতি মুহূৰ্ত্তটোৱেই যেন বুঢ়ীৰ কাৰণে এটা যুগ। জন্মদাত্ৰীৰ শেষ ইচ্ছা পুতেকক শেষ বাৰৰ কাৰণে চাই যাব। কিন্তু হায়! বুঢ়ীৰ আশা অপূৰ্ণতাৰ মাজতেই লয় পালে। কৰিবনো বাৰু কি? কত খবৰ ললো—কিন্তু সকলো নিস্ফল হল। বৰমাৰ চিতাৰ ছাই-ভষ্মই যেন গোটেই বায়ুমণ্ডল বিষাক্ত কৰি তুলিছে। অশৰীৰী ৰূপে যেন তেওঁ মোক সেই একেই প্ৰশ্নকে সুধি আছে—"অনিল! অজিতক পালিনে?" কিন্তু আজিও সেই দুৰ্জ্জেয় প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলো। আজিও যেন তেওঁক একে ফাঁকিয়েই দি আছো—"বৰমা! অজিত আহিব—মই টেলিগ্ৰাম কৰিছো। আপুনি নিটাল মাৰি শুই থাকক।" আজি এই এটা বছৰৰ প্ৰতিটো পলকেই যেন মোৰ কাৰণে একোটা মহাপাপ। এই মহাপাপৰ পৰা জানো নিস্কৃতি পাম? কেতিয়াবা হয়তো দূৰ-দূৰনিত আশাৰ একোটা ক্ষীণ ৰশ্মি দেখো; কিন্তু যিমানেই তাৰফালে আগবাঢ়ো সিও আতৰি যায়—ভ্ৰান্তিময় মৰীচিকাৰ দৰে লগ নিদিয়াকৈ। কিন্তু অজিতৰ খবৰ উলিয়াবই লাগিব—এই মহাপাপৰ পৰা উদ্ধাৰ পাবই লাগিব। ..........

আকৌ মনত পৰিছে সেই স্নেহশীলা জননীৰ কথাই। সৰল অথচ উদ্বিগ্ন চকুযুৰিৰে মানুহ গৰাকী। শান্ত-সৌম্য মুখখন—মুখত এটা অস্পষ্ট কৰুণাৰ আভা—এটি সৰগীয় স্নিগ্ধ কান্তি! ক্ষীণ অৱয়বটো—কপাহৰ দৰে শুভ্ৰ সাজটো। দেখিলেই এটা ভক্তি-ভাব জাগি উঠে। মোকেই সুধি পেলাব,—"অনিল! তই অজিতক ভাল কৰিব নোৱাৰনে? দিনৰ দিনটো ঘুৰি ফুৰিব—ৰাতি এডোখৰত আহি ওলাবহি—শেষ ৰাতিলৈকে উজাগৰে থাকিব—কবিতা লিখিব—ছবি আঁকিব। এইদৰেনো বাক কেনেকৈ থাওঁলৈ হব?" কেতিয়াবা হয়তো সি তাৰ মাকতেই ওলাবহি! ৰৱমাই হয়তো খন্তেকৰ কাৰণে হলেও পুত্ৰস্নেহৰ ফল্গুধাৰা কৃত্ৰিম খঙৰ বালিৰে ঢেঁকা দি গালি-শপনি পাৰিব। তাৰ পিচতেই হেঁপাহ পলুৱাই পুতেকক খাবলৈ দিব। ............ তাৰ পিচত জীৱনৰ পাশা-খেলত হাৰি অজিতে নিজৰ অজ্ঞাতসাৰে নিজেই নিৰ্ণয় কৰি ললে। পুতেকৰ নিৰুদ্দেশ, বেদনা, হা-হুমুনিয়াহ, বাৰ্দ্ধক্য—সকলো মিলি বুঢ়ীৰ মৰণৰ সীমাটো আগবঢ়াই আনিলে। মৃত্যুৰ আগৰ সেই দিন কেইটা! মৃত্যুৰ আগ মুহূৰ্তৰ সেই মৰ্ম্মন্তুদ প্ৰলাপবিলাক!! অজিতৰ কথা মতেই ৰৱমাক মই চপাই লব লগা হল—যদিও ৰৱমাৰ লগত মোৰ কোনো সম্বন্ধই নাছিল। মই আহিব নোৱাৰা দিনাই ৰৱমাৰ উপবাস—চকু-পানীৰে শেতেলি তিয়াই শুই থাকিব। প্ৰতি দিনাই অজিতৰ বাতৰি সুধিব—কিজানি মোক কিবা কৈছেই গৈছিল। কেতিয়াবা হয়তো কব—"অনিল, তই আহি থাকিবিচোন—তোৰ মুখতে মই অজিতক দেখা পাওঁ।" কেতিয়াবা নিজৰ শৈশৱৰ, যৌৱনৰ, হৰ্ষ-বিষাদৰ কাহিনীবিলাক কৈ এটা অহেতুকী আনন্দ লাভ কৰে—সেঁতা পৰা মুখখন প্ৰসন্ন হৈ উঠে—আনন্দত জলমল কৰে—ঘোলা চকু দুটিও যেন দীপ্ত হৈ উঠে।......

............ আকৌ মনত পৰিছে সেই অজিতটোৰ কথা। মোৰ মনৰ পৰ্দাত মানুহটো জিলিকি উঠিছে। তাৰ উজ্জল চকুহালি, সুবলিত জুযুগল উন্নত বুকুখন ঢাকি ৰখা কুৰ্ত্তাটো, কেঁকোৰা চুলিকোৰ—আবেগত কঁপি উঠা ওঁঠ দুটা—মই দেখিবলৈ পাইছো। তাৰ সেই কলকণ্ঠ—সেই অকাট্য যুক্তিবোৰলৈ মনত পৰিছে।

ৰৱমাৰ কথামতেই হয়তো অজিতৰ সুৰত তাক কৈ পেলাওঁ—"অজিত, তোক শিল্পী জীৱনৰ টকাকেইটাই খাবলৈ নাটে। অন্য এটা চাকৰি যোগাৰ কৰি ল।"

সি হয়তো আবেগত কৈ উঠিব, "অনিল! বিকট মেজাই জীৱনৰ ৰঙীণ কল্পনাবিলাক চুৰমাৰ কৰি দিছে যদিও মুক্ত বতাহ সেৱন কৰাৰ মৰমকণ নেওচিবৰ সং নাযায় দেখোন! বুজিছ ভাই, ভোগতেই মানুহৰ তৃপ্তি পলোৱা হলে, বাসনা'ও নোহাৰে থাকিব। মই ছবি আঁকো—তাতেই দেখা পাওঁ প্ৰেম আৰু প্ৰীতিৰে ৰাঙ্ক খোৱা মানৱ প্ৰেমৰ এটা ঘিমিক্-ঘামাক্ পোহৰ। মই গান গাওঁ—গানৰ প্ৰতিটো মূৰ্চ্ছনাই মোৰ অন্তৰত সিঁচি যায়—জীয়াই থকাৰ হেঁপাহ। ক্লান্তি আৰু ব্যথাৰে জৰ্জ্জৰিত মোৰ দিয়াত হৈইতে দি যায়—এটা আশাৰ সঞ্জীৱনী-প্ৰলেপ। হৈইতৰ মাজতেই মই শুনো মানৱতাৰ এটা চিৰন্তনী সুৰ। ............... মই কাৰোবাক থাটি-খুটি এটা চাকৰি লব পাৰো—কিন্তু সি জানো মোৰ জীৱনক সাৰ্থকতাৰ সোণোৱালী কিৰিটিৰে জিলিকাই তুলিব পাৰিব? বুজিছ, অৰ্থ জনিত আনন্দবোৰ মোৰ কাৰণে তাচ-পাতৰ ঘৰৰ নিচিনাই ক্ষণস্থায়ী। যেবৰ জোলোঙাই সোমোৱা

শৰৎ-কালৰ চন্দ্ৰৰ ৰশ্মিৰ দৰেই দেখ-নেদেখ! জীয়াই থাকিবৰ কাৰণে আমাক অৰ্থৰ বাহিৰেও বহুতো লাগে। মোৰ মুক্ত প্ৰাণটো চাকৰিয়ে পঙ্গু কৰি নেপেলাবনে বাৰু? আজি মোৰ কাৰণে প্ৰাণ নাই—আছে জড়তা; শান্তি নাই—আছে ক্লান্তি আৰু অৱসাদ। এজনী বুঢ়ী আছে. এই দৰেই চলি থাকিম—কিনো ঐশ্বৰ্যৰে অধমাধীন থাকিম। আৰু অনিল! তই বাৰু কৈছ— নাচাৰ শিল্পীবোৰ প্ৰায়েই দৰিদ্ৰ। দাৰিদ্ৰৰ কাৰণেই বহুতৰ প্ৰতিভা লেৰেলিও নোযোৱাকৈ থকা নাই! কিন্তু শিল্পীবোৰে ধন-দৌলত নাইবা অট্টালিকাৰ কাৰণে তাৰবাও নাকান্দে। আমাৰ দেশত শিল্পীয়ে শিল্পৰ ওপৰত জীৱিকা চলাব একেবাৰেই নোৱাৰে। তথাপিও তেওঁলোকে ইয়াৰ প্ৰতি থকা মোহটো এৰিব নোৱাৰে। পৃথিৱীৰ শিল্পীৰ ইতিহাসত বহুতকে লগ পাবি যি হয়তো দুবেলা দুমুঠি খাবলৈ নাপায়। কোনোৱে হয়তো পেটৰ পোৰণিত জ্বলৈ পেট পেলাই চিত্ৰকেই আঁকে—কল্পনাৰ পৰশত কোনোবা অজান আলোকপুৰীত ঘূৰি ফুৰে; কোনোৱে আকৌ কঁপি থকাতকৈ নৃত্যকেই কৰে। দৈহিক তৃপ্তিৰ তাত সন্ধান নাই—তাত আছে এটা আত্মাৰ অনাবিল সন্তুষ্টি, যি তেওঁলোকৰ ঘূমাও ঘূমাও হোৱা জীৱন-শলিতাডাল তিয়াই ৰাখে—জ্বলাই ৰাখে...............;"

তাৰ প্ৰবল যুক্তিবোৰত মোৰ যুক্তিবোৰ ওফৰি যায়। আকৌ মনত পৰিছে সেই অঞ্জলিজনীৰ কথাই। অঞ্জলিক লৈয়ে তাক কত উপহাস কৰিছিলে। কিন্তু সিহঁতৰ মিলনৰ চাহাৰা-প্ৰায় অন্তৰায়। অভিজাত্য, জাতি-বৈষম্য—বহুত কিবা-কিবি। সিদিনা অলপতে তাইৰ বিয়া হৈ গৈছে—বিনোদৰ লগত। সেই দিনটোও অজিতৰ কাৰণে অতি বেজাৰৰ দিন হলহঁতেন! অজিত আৰু অঞ্জলি—সিহঁতৰ পৰস্পৰে পৰস্পৰক লৈয়ে বহুত কল্পনাৰ সৌধ সাজিছিল। বাস্তৱৰ ভূইকঁপৰ জোকাৰণিত সকলো চূৰ্ণ হৈ গৈছে। অঞ্জলিক উপলক্ষ কৰি কোৱা কথা কেইটা মোৰ মনত আছে—"বুজিছ অনিল! অসমীয়াৰ বিয়া অতি আনন্দৰ দিন নিজৰ জীৱনৰ উপলক্ষে পতা মহোৎসৱৰ ভিতৰত বিয়াই শ্ৰেষ্ঠ। কিন্তু আন্তৰিকতা শূন্য বিয়াক মই মানৱ-অন্তৰত শুই থকা কামনা-বাসনাবিলাক চৰিতাৰ্থ কৰিব পৰা এখন সামাজিক দলিল বুলিহে বিবেচনা কৰো। যাক তই বিয়া কৰিবি তেওঁ তোৰ অঙ্ক-শায়িনী হলেই নহব—আদৰ্শৰ সংযাত্ৰীও হব লাগিব, তেওঁ তোৰ ভবিষ্যত জীৱনৰ প্ৰস্তুতি ৰচনাতো সহল যোগাব লাগিব।"

কেতিয়াবা হয়তো সি আবেগত কৈ উঠিব—"বুজিছ অনিল! মোৰ জীৱনৰ লক্ষ্য আছিল অসমৰ পৰ্ব্বতে-কন্দৰে সিঁচৰতি হৈ থকা সঙ্গীত আৰু নৃত্যৰ অতুলনীয় বস্তুবাজিয়ে মোৰ জন্মভূমিক সজাই তোলা। সিহঁতৰ কত কালৰ বুকুত লয় পাইছে। সেই ৰঙীণ কল্পনাটো বাস্তৱত ৰূপায়িত কৰাৰ একমাত্ৰ সুৰুঙা-জাকু দেখিছো অঞ্জলিৰ মাজেদি। অঞ্জলিক যিমান পাৰিছো তাৰ কাৰণে প্ৰস্তুত কৰি তুলিছো। কিন্তু লৌকিকতাৰ খাতিৰত অঞ্জলিক বিয়া কৰিলেহে সিও সম্ভৱ। কিন্তু তইতো জানই—সিও এটা অলঙ্ঘ্য প্ৰাচীৰ........."

তাৰ পিছত। তাৰ শেষ আশ্ৰয় সঙ্গীত বিদ্যালয়ৰ পৰাও সি আঁতৰি যাব লগা হল। কেইদিনমানৰ কাৰণে ঘৰৰ পৰা আঁতৰি থাকিব লগাত মোৰ কাৰণে কেইটামান আখৰ এৰি সি গুচি গল—।

"মৰমৰ অনিল,

ব্যৰ্থতাৰ ঘোপমৰা আন্ধাৰে যেতিয়া জীৱন-আকাশখন ঢাকি পেলায়, যেতিয়া ব্যৰ্থ জীৱনৰ বেদনাবিলাক থবলৈ ঠাই নাইকিয়া হয়, তেতিয়া আশা-ভাৰষাৰ কমস্তু্পবিলাকৰ অসহনীয় দৃশ্যবিলাক চাবলৈ খন্তেকৰ কাৰণে হলেও ধৈৰ্য্যৰ চ্যুতি ঘটে। শুনিবিহিছেই মোক সঙ্গীত বিদ্যালয়ৰ পৰা বিদায় দিছে—বহুতো কলঙ্ক বডা চেক দি। শুনিলে বেজাৰ লাগে 'মই ছাত্ৰীবিলাকৰ চৰিত্ৰত কালিমা সানিছো', আৰু বহুতো শুনিবি, হয়তো তই বিশ্বাস নকৰিবি—কিন্তু আনেতো বিশ্বাস নকৰি নোৱাৰে। বুজিছ, দুখীয়াৰ প্ৰতিভা মূল্যহীন আৰু চুৱা। তই নিশ্চয় বুজিবি সিদিনা সঙ্গীত বিদ্যালয়ৰ কৰ্ণধাৰক উপেক্ষা কৰি শিল্পী দেবেন চক্ৰবৰ্ত্তীক বাৰ্ষিক অধিবেশনৰ সভাপতি পতাই ইয়াৰ মূল কাৰণ। তদুপৰি কৰ্ণধাৰৰ বিনা অনুমতিত সাংস্কৃতিক ভ্ৰমণত যোগ দিয়াও অন্যতম কাৰণ। বুজিছ, আজিকালি ধন হলে শিল্পী হব পাৰে; ৰাজনীতিজ্ঞ হব পাৰে; মুঠতে সকলোৱে নেতা হব পাৰে। কিন্তু মই ইয়াৰ ব্যতিক্ৰম—সেই কাৰণেই এই শনিৰ দশা। সিইতৰ ধনজাৰ গুণগান গাব নোৱাৰিলো—সকলো মিছা। মোৰ বিদায়ত বিশেষ আপত্তি নাছিলে; কিন্তু অপবাদৰ দাবানলত মই জেই-পুৰি মৰিব লাগিছো।

কি কৰিবি ভাই! দাৰিদ্ৰ-দিক্ত জীৱনৰ অপ্ৰিবৰ্ণ অভীপ্সাবিলাক বাস্তৱৰ ৰিমে চেঁচা কৰি পেলাইছে। বৰ ক্লান্তি অনুভৱ কৰিছো। মোৰ জীৱনজোৰা সাধনা সৌ সমাধিৰ গৰ্ভত বিলীন হৈ গৈছে। কিন্তু সেই শ্মশানতে ছাই-ভস্ম লৈ আকৌ নতুন জীৱনৰ ভেটি ৰচনা কৰিম।......মাক তোক গন্ধালো। টকা-পইচা যথেষ্ট দি গৈছো, প্ৰয়োজন হলে সহায় কৰিবা। মাৰ এই বৃদ্ধা অৱস্থাত মোৰ সান্নিধ্য অত্যন্ত প্ৰয়োজনীয় আছিল। কিন্তু কৰিবি কি ভাই? মাক সান্ত্বনা দিবি। লক্ষ্যস্থানৰ কথা নাজানো। ইতি—

তোৰ—

অজিত।"

................ৰীষণীয়া দিনবিলাকৰ আঁৰত বহুত কথাই লুকাই পৰিল—হেৰাই গল। জোনাক সনা আকাশখনৰ তলত বহি সন্ধিয়াতে খুলি উঠা হস্পিটেলৰ চাকিটোলৈকে চাই আছো। মঞ্জু ভনীজনীয়ে আবেলিতে পিয়নে দি যোৱা চিঠিখন দি গলহি। নীলা খামৰ চিঠিখনৰ ওপৰত অজিতৰ 'আৰ্ট' ৰূপোৱা আখৰকেইটা। তেন্তে—তেন্তে অজিতে মোক পাশৰ পৰা নিস্কৃতি দিবনে?

"মৰমৰ অনিল,

বহুত দিন হৈয়েই গল, আৰৰ পাহাৰৰ নিৰিবিলি চুক এটাত সোমাই আছোহি। বাস্তৱ জগতৰ পৰা বহুত নিলগত। প্ৰকৃতি সন্তান আৰৰ ভাই-ভনীহঁতক লৈয়ে জীৱনৰ সৌধ নিৰ্ম্মাণ কৰিছো। এই স্নিগ্ধ প্ৰশান্তিৰ আবেষ্টনীৰ মাজত দিনবিলাক কটাই দিছো। শান্ত-সৌম্য ভাই-ভনীহঁতক অসমীয়া ভাষা শিকাইছো আৰু বিস্মৃতিৰ মুখৰ পৰা নৃত্যবিলাক উদ্ধাৰ কৰিছো।.........

.........মাৰ কিজানি ভাল। মই নোকোৱাকৈ এৰি অহাৰ কাৰণে চাগৈ বৰ বেজাৰ পাইছে। অলপ দিনৰ পাছতে মাক লৈ আহিমগৈ। অঞ্চলিৰ খোৱকবো আৰোনাৰ লগত বিয়া হৈ গৈছে। সঙ্গীত আৰু নৃত্যবিলাকো কিজানি তাই পাহৰি গৈছে। কেতিয়াবা তাইলৈ মোৰ খুব মনত পৰে। ইয়াত এজনী ছোৱালীক অঞ্চলিৰ দৰেই শিকাইছো। তায়েই কিজানি মোৰ কল্পনাবিলাক বাস্তৱত ৰূপ দিব পাৰিব।.............

তোৰ—অজিত"

......................চিঠিখন শামৰি থলো। ৰাতিৰ শব্দবিহীন মুহূৰ্ত্তবিলাক পাৰ হৈ গৈ থাকিল। ৰৱমাৰ শান্ত-সৌম্য মুখখন জিলিকি উঠিল। মই যেন চিঞৰি কৈ দিম—"ৰৱমা! অজিত এইয়া।" সন্ধিয়া জেইল ৰ'ডত হাতো পাই কুৰা অঞ্জলি আৰু বিনোদ—উল্লাস, আনন্দ আৰু হাঁহিৰে দীপ্ত যুগ্ম ছবিখনো মনৰ পৰ্দাৰ ওপৰেদি পাৰ হৈ গল। দূৰ-দূৰণিত পুহালি দেশত এটা ক্ষীণ পোহৰৰ ৰশ্মি দেখা পালো। কোমল, স্নিগ্ধ, সুগন্ধ এছাটি সমীৰণ বৈ গল পশ্চিমলৈ। নীলা খামৰ পাহাৰী চিঠিখনৰ অজিতৰ জীৱনৰ মৌন-ইতিহাসৰ কেবোৰা পাততো বিচাৰি পালো।



# ৰঞ্জিতা

গল্প ]

শ্ৰীজীৱন ভট্টাচাৰ্য্য

ৰংবিহীন খিড়িকিখনৰ মাজেদি সি চাই পঠিয়াই সীমাহীন আকাশখনলৈ। আকাশত সেযেকা সন্ধিয়া তাৰৰৰ বুকুত ওলোৱা ম্লান জিৰাইছে। বৈজ্ঞানিক ৰজনৰ সেই অজান ৰশ্মি (X-ray) যেন নথকা তাৰ দৃষ্টিশক্তিয়ে আকাশৰ ওপৰৰ নীলাৱৰিকা। বিপুল বাৰ্কাখন ভেদ কৰিও বহু দূৰ গুচি যায়। তাৰ সৰু চকু দুটাৰ আগত জিলিকি উঠে এখন মুখ। কেইদিনমানৰ আগতেকে দেখা সেই মুখখন সি যিমানেই পাহৰি যাবলৈ চেষ্টা কৰে, সিমানেই তাৰ চকুৰ আগত স্পষ্ট হৈ উঠে। কোনবাইলৈ সি চাই পঠিয়াব। কোনো হৈ কাণ্ডবোৰৰ পৰিবৰ্ত্তে সেই মুখখনেই তাৰ সি দেখে।

ৰঞ্জিতা বহুত দূৰত থাকে। তাৰ পৰা হেজাৰ মাইল দূৰৰ ত্ৰিচিন্নপল্লীত। সেই 'মমৰ দেৱী'যে প্ৰাণৰ আকুলতা ওপৰলৈ পোহৰ পোৱা দেশত। ধূসৰ সন্ধিয়াৰ বিজুলী বাতিৰ তীব্ৰ আলোকে তাৰ কোঠাটো ধুনীয়া কৰি পেলাইছে। তাৰ কোঠাৰ বেৰত কিমানকি আছে এখন ফটো'। তাৰ চকুকিটাই কোনৰ দেশৰ পৰা ঘূৰি আহি ফটোখনৰ ওপৰত স্থিৰ হৈ ৰয়। ছবিৰ মাজতো সি ছায়া নাপাই সজীৱ কায়া পায়। সেই পুৰণা কথাটো "আউট্ অব্ চাইট্ ইজ আউট্ অব্ মাইণ্ড"টো ৰঞ্জিতাৰ ক্ষেত্ৰত নষ্টা হৈ পৰে। ৰঞ্জিতা হয়তো তাৰ চকুৰ আগত থকাৰ কাৰণেই "আউট্ অব্ মাইণ্ড" হৈ আছিল। কিন্তু আজি ৰঞ্জিতাৰ কেঁকোৰা চুলিকোছা, পুৰঠ, ৰঙাল, ৰঙা ওঁঠকিখন আৰু সৌন্দৰ্য্য, সৰু-নিৰ দেহাটো তাৰ চকুৰ আগত নাচি ফুৰিছে 'আউট্ অব্ চাইট্' হোৱাৰ কাৰণে।

সত্যেনে সদায় কয় সি উকীল হলে খুব নাম কৰিব। কাৰণ তাৰ আগত যুক্তি আৰু অকাট্য প্ৰমাণে সাধাৰণ প্ৰসঙ্গ বা মিছা প্ৰসঙ্গ এটাক অকস্মাতে নাইকিয়া কৰি পেলাব পাৰে। অকল সত্যেনেই নহয়, আটায়ে তাৰ ক্ষুদ্ৰ অথচ শক্তিশালী যুক্তিবোৰৰ প্ৰশংসা কৰে। 'ইকনমিক্স'ৰ প্ৰফেচাৰে মণিৰ 'ভেলু'ৰ বিষয়ে লেকচাৰ দি থাকোতে সি কেতিয়াবা কিতাপৰ সত্যতাৰ

বিৰুদ্ধে এনেকুৱা কিছুমান যুক্তিৰ অৱতাৰণা কৰে যে প্ৰকেচাৰে বাধ্য হৈ তাক "নাউ লিচন্, হোৱাট্ আই এম্ টেলিং এণ্ড কেৰী অন ইয়ৰ এক্সপেৰিমেণ্ট লেটাৰ অন" বুলি কয়।

চুৰট খাই অসন্তৰ—ইটোৰ পিচত সিটোৰ শেষ নাই। চাহো খায় খুব। তাৰ মতে চাহৰ প্ৰথম উপকাৰ হল মনৰ 'ইকুইলিব্ৰিয়াম'টো ৰক্ষা কৰে। এদিন সি চৈতন্যৰ জীৱনীটো চাই আহে চিনেমাত। চৈতন্যৰ সেই জনা জীৱন কাহিনীটোৱে তাৰ মনত ইমান প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে যে বাধ্য হৈ সি তাৰ থিওৰীটো প্ৰয়োগ কৰে কাৰ্য্যক্ষেত্ৰত। অৰ্থাৎ মনটোক সাধাৰণ অৱস্থালৈ আনিবলৈ বাটতে ৰেষ্টুৰেণ্টত সোমাই একাপ কড়া চাহ খাই ললে। ভাবি আচৰিত হওঁ, জুন মাহৰ দুপৰীয়া যেতিয়া গৰমৰ পিয়াহত আটায়ে এগিলাচ ঠাণ্ডা পানীৰে বা এগিলাচ নেমুৰ চৰ্বতেৰে শাহ কৰি সুখ পায়, তেতিয়া সি ইকাপৰ পিচত সিকাপকৈ দহ কাপমান চাহেৰে তাৰ দুপৰীয়া পিয়াহটো নাইকিয়া কৰিবলৈ চেষ্টা কৰে। সকলোৱে কয় আনকি প্ৰকেচাৰ সিংহয়ো "হট্ টি ইজ বেড ফৰ কমপ্লেক্সন্"। কিন্তু এই সৰ্ব্বজন সমাদৃত তথ্যটো তাৰ ক্ষেত্ৰত প্ৰয়োগ নহয়। আজি চাৰি বছৰ তাৰ লগত ঘূৰি ফুৰি, সি কিমান, কেনেকুৱা চাহ খাই নিজ চকুৰেই দেখিছো; তথাপিতো তাৰ সেই গোল বড়া মুখখনৰ ৰঙটো অকণো ম্লান হোৱা দেখা নাই।

ৰজিতাক সি কেনেকৈ চিনি পায় কব নোৱাৰো। নিশ্চয় কোনো কালচাৰেল ক্লাব বা টকী হল বা চাহৰ হোটেল বা ট্ৰেইনৰ কাৰ্ণিত যে তাৰ প্ৰথম দৰশনৰ বোল লগা নাই, তাত নিঃসন্দেহ। এই কাৰণেই নিঃসন্দেহ যে সেই সম্ভাব্য ক্ষেত্ৰবোৰত ঘটা যত সুমধুৰ কাহিনী তাৰ স্মৃতিৰ 'এটাচী কেছ'টোত সাঁচতীয়া হৈ আছে, সকলো মোক এবাৰ নহয়, দহবাৰ কৈছে। তথাপি এইটো থিক যে সৌৰ-জগতৰ গ্ৰহ আৰু উপগ্ৰহবোৰৰ আকৰ্ষণ আৰু বিকৰ্ষণৰ মাজত স্থিৰ হৈ থকা সূৰ্যটোৰ দৰে তাৰ আৰু ৰজিতাৰ আকৰ্ষণৰ মাজত স্থিৰ হৈ আছে অমৃত। অসুৰ আৰু দেৱতাৰ সাগৰ মন্থনত উঠা অমৃত নহয়। আধা অসমীয়া, আধা বঙালীৰে কথা কোৱা সেই হালটাৰ বুঢ়োলৰ চচুৱা পিন্ধা, নাক জোঙা, লাহী লৰাটো। অৰ্থাৎ যাক কলেজত টুৱেলমেন বুলিয়েই বেচিভাগে জানে। টুৱেলমেনৰ অৰ্থ হল—সি কলেজত সোমোৱাৰ দিনৰ পৰা ক্ৰিকেটৰ নেট প্ৰেক্টিচ' লৈ আহিছে, কিন্তু আজিলৈকে হলে 'মেইন টিম'ত সোমাব পৰা নাই। কোনোবাই যদি কেতিয়াবা কয়, "অমৃতলাল, তই অলপ 'চিৰিয়াচ' হৈ লাগ, এইবেলি 'মেইন টিম'ত সোমাবি।" সি তেতিয়া কৈ দিব, "আই প্ৰে ফৰ চেলফ প্লেজাৰ, নট্ টু এক্সিবিট এ ব্ৰেভমেন খ'।"

ৰজিতা অমৃতৰ ভনীয়েক। ধুনীয়া গান গায় আৰু পিয়ানো বজায়। এদিন ৰজিতাই "আকাশৰ নিজা ৰঙ"টো পিয়ানোৰ 'কি বৰ্ড'ত হাতৰ পৰশ দি তোলোতে মইয়ো শুনিছিলো। অমৃতৰ লগত সি সদায় ফুৰিছিল। সিহঁত দুটাৰ ফুৰাৰ অৰ্থ হল টকী চোৱা। সদায় সিহঁতে টকী চাইছিল। দেখিকৈ অহা দেখিলে ঘৰত যদি সোধে, 'কিয় দেৰি হল', সিহঁতৰ ইটোৱে উত্তৰ দিব, 'অমুকৰ ঘৰত আছিলো', সিটোৱে কব, 'তমুকৰ ঘৰত আছিলো'। কিন্তু প্ৰকৃততে সিহঁত দুয়ো যে চিনেমা হলৰ ভিতৰৰ শীতল সাজা সমীৰণৰ বা দৈ হাইজিনৰ মান ৰক্ষা কৰি, দেহ আৰু স্বাস্থ্য উন্নতিত মন দিয়ে, তাক

সকলোৱে কৰ। ৰঞ্জিতাৰ আৰু তাৰ সম্বন্ধ এটা গঢ়ি উঠিছিল অমৃতক কেন্দ্ৰ কৰিয়েই। সেই সম্বন্ধটো গাঢ় কৰিছিল তাৰ ভাইওলিনখনৰ আৰু ৰঞ্জিতাৰ পিয়ানোৰ সুৰৰ সমন্বয়ে। প্ৰথমতে তাহাতৰ সম্বন্ধটো পৃথিৱীৰ ৰঙা-নীলা মৰম বোলেৰে ৰঙীণ কৰা হয়নে নহয় তাত মোৰ সন্দেহ আছিল। কেতিয়াবা কিছুমান প্ৰসঙ্গত তাহাতৰ সম্বন্ধটো 'প্লেটোনিক টাইপ'ত পৰিছিল।

সি প্ৰায়ে ৰঞ্জিতাহঁতৰ ঘৰলৈ গৈছিল। ৰঞ্জিতাহঁতৰ ঘৰত ৰঞ্জিতাৰ বাহিৰেও আন এটাই তাক আকৰ্ষণ কৰিছিল। সেইটো হল অমৃতৰ লাইব্ৰেৰীটো। চাহ, চুৰটৰ বাহিৰেও তাৰ আৰু এটা নিচা আছিল সেইটো হ'ল কিতাপ। কিতাপ মানে, ৰেলচ., লৰেন্স, হাক্সলীৰ পৰা এৰ'নটিক্সৰ টেক্সট্ বুক আৰু শশধৰ দত্তৰ মোহন বাবো বাদ পৰা নাছিল। তাৰ হাতত কেতিয়াবা একো নাথাকিলে, সি মোৰ কৌটিকলীয়া আৰাহন লোপাকে নি ঘুৰাই ঘুৰাই পঢ়িছিল। সি মাত্ৰ নপঢ়াকৈ ঘুৰাই দিয়া দেখিছিলো 'মেটাৰিয়েলিজিম এণ্ড এম্পিৰিয়াৰ ক্ৰিটিচিজিম' খন। কাৰণটো হল সি যেতিয়া 'মেটাৰ'ক ইথাৰৰ ৰূপান্তৰ হিচাবে ছবিতে দেখা পালে, তেতিয়া তাৰ মনত ইমানবোৰ চিন্তাৰ উদয় হল যে, পঢ়িলে তাৰ আৰু কিছুমান উপকৰা চিন্তা আহিব পাৰে বুলি সি কিতাপখন নপঢ়াটোকে ঠিৰাং কৰিলে।

অমৃতহঁত শিখ আৰু বেঙ্গলী দুয়োটাৰ সংমিশ্ৰণ। অৰ্থাৎ বাপেক শিখ আৰু মাক বেঙ্গলী। পঞ্জাব আৰু বেঙ্গলৰ সংযুক্ত ৰক্ত প্ৰৱাহত যি ফুল ফুটি উঠিছিল, সি হল ৰঞ্জিতা। নামটো একেবাৰে অসমীয়া।

এই ৰঞ্জিতাহঁতৰ পৰিয়ালটো অকস্মাতে যাবলৈ ওলাল সুদূৰ ত্ৰিচিন্নপল্লীলৈ। ভাৰত গৱৰ্ণমেণ্টৰ ৰেলওৱে বিভাগৰ আদেশ শিৰোগত কৰি। কথাটো শুনি সি কি কৰিব কি নকৰিব একো থিক কৰিব পৰা নাছিল। কিন্তু সেই খবৰটোৱে যে তাৰ দেহাৰ ভিতৰত কিছুমান ইন্দ্ৰিয়ৰ কামৰ গতি ৰুদ্ধ কৰি দিছিল, তাক তাৰ ৰঙা পৰা কাণকিখনৰ পৰা অনুমান কৰিব পৰা হৈছিল। অমৃত যাওক—তাত তাৰ দুখ নাই। কিন্তু ৰঞ্জিতা................, তাৰ 'ইনাৰ চেল্ফ'টোৰ অনুপ্ৰেৰণাৰ সুতিটো বন্ধ হৈ গলে তাৰ কি হব? পিয়ানোৰ সেই টুকুৰ-টুকুৰ সক সুৰবোৰ তাৰ কাণত বাজি থাকিব। "দাদা, তোমাৰ স্বপ্ন কি সুন্দৰ! তুমি নাজানা কিহৰ মোহৰ পাশে মোক আবৰি ৰাখিছে।" সেই সৰু অথচ আবেগেৰে ভৰা কথাবোৰ চিৰদিনৰ কাৰণে তাৰ বুকুত গুমৰি-গুমৰি থাকিব।

সি বুজি উঠে সোণৰ পাহাৰৰ ওপৰত উঠি, তাৰ মাজত থকা সপ্ত সৰগৰ সুখ সি ভোগ কৰিবলৈ বিচৰা নাই। সি বিচাৰিছে, জীৱন্ত প্ৰতিমা ৰঞ্জিতাৰ মৰমৰ ৰহণেৰে তাৰ জীৱনটোক ধুনীয়া ৰূপ দিবলৈ। সি খুব ভালকৈ জানে যে তাৰ জীৱনৰ "চিৰ প্ৰশ্নৰ বেদীৰ সন্মুখত চিৰ নিৰ্ব্বাক হৈ আছে এক বিৰাট নিৰুত্তৰ।" সেই বিৰাট নিৰুত্তৰৰ মহা-শূণ্যতা সি হয়তো ৰঞ্জিতাৰ লগত থাকিলে অনুভৱ নকৰাকৈ থাকিব পাৰে। তাৰ বিস্তীৰ্ণ জীৱন পথত সি "মুৰ নত কৰিব, নিজকে কেন্দ্ৰ কৰি ঘুৰি নাথাকিব"—কিন্তু তেতিয়াও সি জানো সেই মহান সত্যৰ ছাঁ দেখা পাব? আৰু যদি নাপায়, তেন্তে তাৰ জীৱনটো বিফল হব? কিন্তু তাৰ বিফলতাৰ মাজত যদি ৰঞ্জিতা আগবাঢ়ি আহে, সি জীৱনৰ সঁহাৰি পাব। আৰু সত্যৰ অনন্ত অনুসৰত সি আৰু ৰঞ্জিতাই আগবাঢ়ি যাব পাৰিব—পৃথিৱীৰ ওপৰেদি।

ৰঞ্জিতাহঁত সঁচাকৈয়ে গুচি যাব লগা হ'ল। দেউতাকে গৱৰ্ণমেণ্টলৈ দিয়া 'পিটিচন'খনৰ উত্তৰ খুব সোনকালে নতুন কামত যোগ কৰিব লাগে বুলি পালে। সেই সময়তে আমাৰ 'ফাইনেল' পৰীক্ষাটোৱো আহি পৰিছে। আমি পৰীক্ষা দিছো; সিও দিছে। কিন্তু তাৰ পৰীক্ষা দিয়াত উৎসাহ বা আনন্দ নাই। যন্ত্ৰচালিত হৈ সি যেন কৰিব লগীয়া কিছুমান কৰি গৈছে। মই তথাপি আশা কৰো তাৰ পৰীক্ষাৰ ফল ভাল হব। কাৰণ 'ইকনমিক্স' আৰু বুৰঞ্জীৰ তাৰ যিমানখিনি বাহিৰা জ্ঞান আছে সেইখিনি প্ৰয়োগ কৰিলে টেক্সট্ বুক নুখুলিলেও হব। কিন্তু এই কিদিন মন কৰিলো তাৰ সকলো ক্ষেত্ৰতে প্ৰয়োগ কৰা 'ঠিয়ৰী'টো অকামিলা হৈ পৰিছে। কাৰো চাহে তাৰ মনৰ সমতা ৰক্ষা কৰিব- পৰা নাই।

পৰীক্ষা হৈ গ'ল। ৰঞ্জিতাহঁতো যাবলৈ ওলাল। শেষ বাৰৰ কাৰণে সি ৰঞ্জিতাহঁতৰ ঘৰলৈ গল। ৰঞ্জিতাৰ দেউতাকে তাক আৰু পঢ়িবলৈ উপদেশ দিলে; মাকে তাৰ গালে-মুখে হাত ফুৰালে। অমৃতে খুব মধুৰ হিয়া এখন লৈ যাওঁ বুলি কলে; আৰু ৰঞ্জিতাই.........., পৰ্দাৰ আঁৰত থাকি চকুপানী মুচি মুচি নকন্দাৰ ভাও ধৰিবলৈ চেষ্টা কৰি, চকুকিটা ৰঙা কৰি পেলালে। সি ৰঞ্জিতালৈ চালে...............। তাৰ চাৰনিত যিটো ৰেঙাৰ বৰুৰ পুহি থকা মৰম আৰু আশাৰ চিন ফুটি উঠিছিল, সি বোধহয় ভিতৰু ভাগ্যেই ইতিমধ্যে ব্যতব্যালিত বিষেটো ছক চাওঁতে ফুটি উঠা নাছিল। সি মাত্ৰিত নোৱাৰিলে ৰঞ্জিতাক ( গোৱেন্ কাট ইজ ফুল, ৰুৱৰ্ডচ আৰ ফিউ)। অমৃতে তাক এযোৰা কিতাপ দিছিল সিইতৰ ৰেঙাৰ মাহিলৰ ব্যৱধানটোক পাৰিলে একে কৰি ৰাখিবলৈ। সি যেপৰ পৰা তাৰ চিগাৰেট-কেছটো উলিয়াইছিল। অনিল দাদাই দিয়া সেই চুৰটৰ কেছটো তাৰ কলেজতে গৰ্ব্বৰ বস্তু আছিল। অমৃতে সদায় সেইটো খুজিছিল আৰু যাবৰ সময়ত কেছটো তাকে দি দিলে।

ৰঞ্জিতাহঁত গুচি গ'লগৈ। সিও উলটি আহি তাৰ ঘৰৰ সৰু কোঠাটোত সোমায়। হাজাৰ-বিজাৰ সৰু সৰু কথাই তাৰ মগজুটোত সোমাই চিন্তাৰ ৰূপ লয়। সকলোবোৰ জোৰেৰে আঁতৰাই দি সি ভাবে—জীৱনটোক নতুন কৰি আৰম্ভ কৰিবলৈ, বৰ্ত্তমানক লৈ। ''লেট্ দি দে'ড পাচট্ বেৰী ইট্চ দে'ড্", তাকে সি মানি লবলৈ ঠিক কৰে। কিন্তু ভগা আৰু প্ৰয়োগ কৰা দুটা বেলেগ কাম। সেই বাবেই সাত দিনৰ মুৰতে সি পোৱা অমৃতৰ চিঠিখনে তাক আকৌ কেইদিন মানৰ আগতে এৰি অহা অতীতখনলৈ লৈ যায়। যাৰ অস্তিত্বই সি পাহৰি যাব খোজে, তাকে দেখা পাই সেযেকা সন্ধিয়াৰ ভাৱৰৰ দেশৰ জোনবাইৰ বুকুত। বেৰত আঁৰি থোৱা ফটো খনৰ পৰা জীৱন্ত মানুহজনী নামি আহি তাৰ চকুৰ আগত থোৱা যেন লাগে। তাৰ নিজৰ ওপৰতে অসন্তুষ্ট খঙ উঠে—সি বেৰৰ ফটোখন গুলোটাই পেলায়। সি ভাবিবলৈ ধৰে ৰঞ্জিতা তাৰ একো নহয়—ক'ৰবাৰ দূৰৰ ছোৱালী এজনী। কলেজত দেখা কণু, বুনু, বিণিহঁতৰ দৰে। সি ৰঞ্জিতাক তাৰ পৰা দূৰ কৰিবলৈ মনত যুক্তি আৰু তৰ্কৰ জাল কৰে। কিন্তু তাৰ যুক্তিয়ে আনক পৰাজয় কৰিব পাৰিলেও, তাৰ নিজৰ মনক নোৱাৰে। সকলোৰে আৰত, সকলো যুক্তিৰ প্ৰয়োগতো তাৰ সৰু হিয়াখনে কিবা এটা অনুভৱ কৰে। আৰু সেই কাৰণেই সি ৰঞ্জিতাক যিমানেই দূৰলৈ লৈ যাবলৈ চেষ্টা কৰে, সিমানেই কাষ ওচৰ চাপি আহে। সি অৱশ হৈ বহি পৰে

তাৰ বিছনাখনত। ……………চকুকিটা মুদি দি সি বিছনাখনত শুই পৰে। আৰু তাৰ পিচত তাৰ মুদি থকা চকুকিটা মেল খায়। সি দেখে তাৰ চাহৰ কাপত সোমাই থকা পৃথিবীখন বিয়পি পৰিছে দূৰ-দিগন্ত জুৰি। দূৰ-দিগন্ত ব্যাপি থকা সেই পৃথিবীত সি দেখা পায় এটি মাথোন স্বপ্ন—, জীৱ। আৰু সেই দিগন্তত সি এটা মাথোন সুৰ শুনিবলৈ পায়—পিয়ানোৰ সুৰ সুৰৰ প্ৰতিধ্বনি।

---

# "সি"

প্ৰমথেশৰ চলিহা
চতুৰ্থ বাৰ্ষিক—কলা

সি দোকান দিয়ে। পান-তামোলৰ দোকান। তাৰ বিষয়ে আৰু জানিব লগীয়া নাই—দোকান দিয়ে—পইচাৰ কাৰণে। কিন্তু তাৰো এটা কাহিনী আছে—কৈ যোৱা সঁচা কাহিনী।

তাৰ ব্যস্ত দিন এটা!

"হেৰা দোকানী, আধা তোলা বিজাৰ দিয়া।"

—সি বেপাৰেখীটৈক দিয়ে।

"দোকানী, বেলায় ছুপইচাৰ দিয়াচোন।"

অকণমান হাতখনৰ পৰা সি পইচা ছুটা লয়।

"কি হে তোমাৰ দোকান নেকি এইখন। কেনেকুৱা বিক্ৰী হয়?"

—তাৰ কোনোবা চিনাকি মানুহ।

"হেৰা, এই পাঁচ টকীয়াখন খুচুৰা কৰি দিয়াচোন।"—কোনোবা গ্ৰাহক।

সি তাৰ কাঠৰ বাকচটো খুটিয়াই মেলি চায়। "খুচুৰা নহব।"—সি তাৰ গ্ৰাহক এজনক বিমুখ কৰি বেয়া পায়।

—"কি দোকান দিছাহে, পাঁচ টকীয়া এখনকে ভঙাব নোৱাৰা"। গোৰগোৰাই মানুহজন গুচি যায়।

সঁচাকৈয়ে তাৰ পাঁচখন এটকীয়া নট নাছিল। পুৱাৰ পৰা সি বহি থাকে। দিনবোৰৰ বেছি পৰিবৰ্তন নাই। সন্তীয়া বস্তবোৰ সজাই ৰাখে। দোকানখনৰ বেৰত ছবি। ধুনীয়া ছোৱালীৰ ছবি সি নাৰাখে। "ছোভিয়েট দেশ"ৰ পৰা কাটি থোৱা ছবি। সস্তা কাৰণেই বোধকৰো সি 'ছোভিয়েট দেশ' খুব কিনে। ছবিবোৰে তাৰ দোকানখন শুৱায়।

এনেকুৱা এটা দিন সি সদায় পায়। গধুলি দোকান জপাই সি ঘৰলৈ যায়; সুদা হাতে গ'লেতো নহ'ব।

পিচদিনাই পুৱাই দোকান খোলে। পুৱাই এজন গ্ৰাহক। তাৰ মনটো ভাল লাগি যায়। বহনিটো ভাল হলে দিনটোটৈল ভাল।

গ্ৰাহকজন দেখিবলৈ ধুনীয়া। 'চুট'জোৰে মানুহজনক বৰ ভাল দেখাইছিল। প্ৰথম দেখোতে মানুহজনক তাৰ ক'ৰবাত দেখা যেন লাগিল। তাৰ আকৌ ধুনীয়া মানুহ দেখিলে বৰ ভাল লাগে।

"চিগাৰেট পেকেট এটা দিয়াচোন"—; নতুন ধুনীয়া মানুহজনক তাৰ শ্ৰদ্ধা কৰিবৰ মন

যায়। ক'ত থাকে বাৰু মানুহজন? সি ভাবে—এনেয়ে।

তাৰ মৰমৰ ইয়ান এতিয়াতৈকে যোৱা নাই। ইয়ান এজনী ছোৱালী। 'ইয়ান' নীভা দত্তৰ ঘৰত মতা নাম। আন ছোৱালীবোৰতকৈ তাই অলপ বেছি ধুনীয়া। কলেজৰ পৰা অকলে অকলেই আহে—তাৰ দোকানৰ আগেদিয়েই। আৰু ইয়ানৰ ঘৰটো তাৰ ঘৰৰ কাষতেই।

তাৰ সেইদিনা বহুত বিক্ৰী হয়। গধূলি তাৰ আনন্দ লাগে।

আৰু এটা দিন গুচি যায়।

পিচদিনাও তাৰ ভাল লগা মানুহজনে তাৰ দোকানৰ পৰা এটা চিগাৰেটৰ পেকেট আৰু কেইটামান 'চুইনগাম' লৈ যায়।

দহ বজাৰ আগতে লৰা-ছোৱালীবোৰ তাৰ দোকানৰ আগেদি যায়—সি চায়। তাৰ বোধহয় দুখ লাগে—কলেজৰ লৰাবোৰ দেখিলে। স্কুলত বহুতো তাৰ লগত পঢ়িছিল। সিহঁতে লৰাবোৰ বুলি তাক সহানুভূতি দেখুৱায়—তাৰ দোকানৰ পৰা বস্তু কিনি। কিছুমানে তাক নামাতে।

সি পাঁচোটা জীৱ থকা প্ৰাণীক পুহিব লাগে। সি, তাৰ মাক আৰু ভনীয়েকজনী; আৰু দুজনী গৰু। আটাইকেইটাৰ কথাকে সি ভাবিব লাগে।

তাৰ কাষৰ ঘৰটোৰ পৰা কোনোবা ওই উঠিছিল। সি দেখে—ইয়ান। সি অলপ বৈ যায়। ইয়ানেও এবাৰ চাইছিল। বহুত দিন হ'ল—সৰু কালৰ দিনবোৰত ইয়ান তাৰ লগৰী আছিল। সিহঁতৰ বাৰীৰ পিছফালে শাক-ভাত খেলিছিল। ধুনীয়া ইয়ানজনী ডাঙৰ হ'লত তাক নামাতে। লাজ কৰে। অকলে অকলে লগ পালে দুয়োটাই হাঁহিব খোজে। প্ৰথম স্কুলত সিহঁতে একেলগে পঢ়িছিল হাতত ধৰাধৰিকৈ সৰু ইয়ানজনী আৰু সি স্কুললৈ যোৱা—ইয়ানৰ মনত নাথাকিলেও ওচৰ-চুবুৰীয়াই দেখিছিল। ক্লাচ নাইনত সি স্কুল এৰে। দেউতাক চুকালত মাটিৰ গণ্ডগোলে তাক পঢ়াৰ পৰা আঁতৰলৈ লৈ গ'ল। ইয়ানহঁত তাৰ একো নহয়। ঘৰৰ কাষৰে পুৰণা পৰিয়াল এটা।

ইয়ানৰ অন্তৰখনৰ ভাববোৰ সি চিনি নাপায়। কিন্তু সি হ'লে তাইক ভাল পায়। ইয়ানক লৈ সি কল্পনা কৰে—। তাৰ নিশাৰ আন্ধাৰখিনিত পোহৰ দেখে। সি ভাবে—তামোল-পানৰ দোকানী হলেও কলেজত পঢ়া ইয়ানে তাক ঘিণ নকৰে। ইয়ানক সি মাতিব, কথা পাতিব। কেনেকৈ? সি উপায় ভাবি নাপায়। ইয়ান দিনৰ খালিখিনিৰ পিচত সি কেনেকৈ মাতিব।

আন এটা ৰাতিপুৱা। ক্ষীণ কুৰ্তীবোৰ তেতিয়া নতুনকৈ পৰিছিল। সেই তাৰ ভাল লগা মানুহজনে এক পেকেট চিগাৰেট লৈ যায়। ধুনীয়া চেহেৰাৰ মানুহজনক তাৰ বৰ ভাল লাগে। ধুনীয়া মানুহবোৰ দোকানলৈ অহাটো সি ইচ্ছা কৰে।

সেইদিনা সি এখন কিতাপ পঢ়িছিল। 'কপিলীপৰীয়া সাধু'। নিশা অসমীয়া গল্প-কিতাপ পঢ়াতো তাৰ আকৌ অভ্যাস। টোপনি তেতিয়াও অহা নাছিল। ইয়ানৰ কথা মনত পৰে—; সি কল্পনা কৰে। কল্পনাতে পৃথিৱীখন ধুনীয়া কৰি ল'লে—তাৰ নাম নজনা তেতিয়া সেই চহৰত কোনো নাই। তাৰ দোকানখনৰ নাম—প্ৰকাণ্ড চাইন-ব'ৰ্ডখনত। তাৰ তলত বহুত মানুহে কাম কৰে। তেতিয়াও সিহঁতৰ ঘৰটো ইয়ানহঁতৰ ঘৰৰ কাষতে। তাৰ ঘৰটো জুপুৰী নহয়। ইয়ানক লৈ সি ফুৰিবলৈ যায়। বহুত কথা কয় সি। তাৰ প্ৰকাণ্ড দোকানখনত ৰেডিঅ'ৰ গান অনবৰতে বাজি থাকে। গ্ৰাহকবোৰ ধুনীয়া।

—মানুহবোৰ গাড়ীত আহে। বাহিৰত গাড়ীৰ শব্দ শুনে। কোনোবা ডাঙৰ মানুহ তাৰ দোকানলৈ আহিছে, সি ভাবে। গাড়ীৰ হৰ্ণটোৱে তাক দিগদাৰি লগাই দিয়ে। সি উঠি যায়—মাটি সৰি পৰা বেৰখনৰ ফুটাৰে দি মটৰৰ লাইটৰ পোহৰত সি ফটা আঠুৱাখন দেখি যায়। টাহৰ দুৱাৰখন মেলি সি বাহিৰলৈ ওলাই যায়।

—তাৰ মাকে সাৰ পায়।

"কি হ'ল, তুই এতিয়াও শোৱা নাই?"

"নাই—বৰ গৰম লাগিছে।"

বাতৰৰ আন্ধাৰবোৰ লাইটৰ বগা পোহৰত হেৰাই গ'ল।

"কন্তুইহঁতৰ ঘৰলৈ গাড়ী আহিছেনেকি অ'?" তাৰ মাকে সোধে।

"উঁ—তাৰ পৰাই ওলাই গৈছে।" কন্তু ইয়ানৰ সক ভায়েক।

"অ'—আজি ইয়ানক আঙঠী পিন্ধাবলৈ আহিছিল নহয়,—তাৰেই গাড়ী বোধহয়।"

সি একো নকয়। ইয়ানক আঙঠী পিন্ধাবলৈ আহিছিল, মানে তাইৰ বিয়া।

"তুই থাক বোপাই, বহুত ৰাতি হ'ল"। মাকৰ মাতটোত অলসতা ধৰা পৰে।

সি মাকৰ মাতটো শুনিছিল। আঠৈটামান বজাত তাৰ টোপনি আহিল। ৰাতিপুৱা তাৰ দোকান খোলা বহুত পলম হয়। সেই ধুনীয়া মানুহজন বোধহয় গ'লগৈ। ইয়ানহঁতীকো সেই দিনা নেদেখিলে। দোকানৰ বস্তুবোৰ সজাওঁতে সি ভাবে—'ইয়ান'—। "তাইক কালি আঙঠী পিন্ধালে নহয়!"

ফটাকানি এখনেৰে বেৰত থকা ছবিবোৰ সি মোছে। এহ্। সি ভনীয়েকক বাদাম ভাজিবলৈ দিছিল নহয়—পাহৰি আহিলে।

হেলিটোৰ টান পোহৰখিনিয়ে তাক ব্যতিব্যস্ত কৰি তোলে। কলেজৰ পৰা ইয়ানক সি উভটি অহা দেখে। তাইক সেইদিনা বৰ ধুনীয়া দেখিছিল। কিবা পাতল সেউজীয়া ৰঙৰ কাপোৰবোৰ পিন্ধিছিল। সি ভাবে—ইয়ানহঁনী সিহঁতৰ ঘৰৰ ওচৰৰ পৰা গুচি যাব। সি পাৰ হৈ যোৱা ইয়ানহঁনীক চায়।

সি আৰু ইয়ানক মাতিবলৈ নাপায়। তাৰ অন্তৰখন যেন কিবা বোজা এটাই গধুৰ কৰি দিলে। অলপ পিচত তাৰ ভাল লগা মানুহজন চাইকেলেৰে পাৰ হৈ যায়। সি চায়,—বীৰেণ বৰুৱাই মানুহজনক 'চাৰ আহিলে' বুলি কোৱা সি শুনিলে। সি বুজিলে—ধুনীয়া মানুহজন কলেজৰ প্ৰফেচৰ। ইয়ানহঁতৰ কলেজৰ প্ৰফেচৰ। তাৰ সেইদিনা ভাল নলাগিল।

যেনেহি যোৱা দিনবোৰৰ আন এটা। খুব সোনকালেই সি দোকান খোলে—সেইদিনা। আন দোকানবোৰ বন্ধ। ইয়ান আৰু মলিনা তাৰ দোকানৰ ফালেই আহিছিল। মলিনা ইয়ানৰ লগৰে ছোৱালী।

সিহঁত তাৰ দোকানতেই সোমাই পৰিল। "ইয়ান সোনকালে দোকান খুলিলা?"—ইয়ানে তাক সোধে। সি উত্তৰ বিচাৰি নাপায়, বুকুখনত কিবা এটাই খুন্দিয়ায়। ইয়ানে তাক আজি মাতিলে!

"এই ক'লা ট্ৰাচেলবোৰৰ কিমান দাম"—ইয়ান আৰু মলিনাই হাঁহি হাঁহি সোধে। সিহঁতে বোধহয় ভাবিছিল—সি নাৰ্ভাছ হৈ গৈছে।

"ছয় অনা দামে"—গোটেই মুখখন তাৰ ৰঙা পৰি যায়।

ইয়ানে এদাল ট্ৰাচেল কিনি লৈ যায়। তাৰ জীৱনৰ আনন্দ। সি কিয় নামাতিলে ইয়ানক?

বহুত দিন হ'ল। তাৰ দোকানৰ পৰা ট্ৰানজিষ্টৰ কিনা ইয়ানৰ বিয়া। সেই তাৰ দোকানৰ পৰা চিগাৰেট কিনা, তাৰ ভাল লগা মানুহজনৰ দৈতে। সি দুয়োকে ভাল পায়।

ধুনীয়া পৃথিৱীত সি ওপজি আছিল। আজিকালি তাৰ গ্ৰাহকবোৰ ধুনীয়া নহয়। সি সপোন নেদেখে—বগা দিনবোৰক বগা বুলিয়েই এতিয়া ভাবে। এতিয়া আৰু সি সম্পূৰ্ণ পান-দোকানী। সস্তীয়া বস্তুবোৰৰ মাজত সোমাই থাকি সি এতিয়া সস্তীয়া সস্তীয়া কথা ভাবে।



# নিৰন্নুৱা

গল্প ]

শ্ৰীপ্ৰফুল্ল ৰাজগুৰু

সপোনবোৰক দুৰ্ব্বল মুহূৰ্ত্তৰ প্ৰতিক্ৰিয়া বুলি আখ্যা দিলেও এক প্ৰকাৰ সপোন আছে, যাক অস্বীকাৰ কৰিবৰ উপায় নাই—সেয়ে হল জীয়াই থকাৰ সপোন। ওচৰতে থকা চাহ বাগানৰ মালিক বৰুৱাই হুমহুলাৰ ওপৰত বহি কিহৰ সপোন দেখে নাজানো। মই দেখো—মোৰ নিচিনা হেজাৰ হেজাৰে দেখে সেই এটা সপোন—জীয়াই থকাৰ।

× × × ×

কলেজৰ পৰা প্ৰথম বি-এ পাচ কৰি ওলাবৰ দিনা ভবিষ্যতৰ ৰঙীণ কল্পনাৰে উৎফুল্ল হৈছিলো—ভাবিছিলো নিজক প্ৰতিষ্ঠা কৰিবলৈ বেচি সময় নালাগিব। কিন্তু 'ডিগ্ৰী' লাভৰ দুবছৰৰ পাচতো বেতিয়া উপাৰ্জনৰ সামান্য পথ এটাও উলিয়াব নোৱাৰিলো, ভাবিবলৈ বাধ্য হৈছো, নিবনুৱা সমস্যা কেৱল ৰাজনৈতিক দলৰ প্ৰচাৰৰ চাৰি সীমাতে থকা নাই, ই একোজন শিক্ষিত লোকক পঙ্গু কৰি তুলিছে—সমাজত সমস্যাৰ সৃষ্টি কৰিছে। দেউতাৰ মুখত যেতিয়া শুনো, মোক পঢ়োৱা ধাৰ আজি পৰ্য্যন্ত মাৰিব পৰা নাই, তেতিয়া বিদ্ৰোহ কৰিবৰ মন যায় সমাজ ব্যৱস্থাৰ বিৰুদ্ধে—চৰকাৰৰ বিৰুদ্ধে। সকলো থকা পৃথিৱীখনত কিয় যাক কিছুমানে একো নোপোৱা হৈ থাকিব লগা হয়?

মধ্যবিত্ত শ্ৰেণীৰ মাহৰ শেষত জমা-খৰচৰ হিচাবত আউল লাগে (জমাৰ ঘৰত তেতিয়া শূণ্য থাকে)।

দেউতাৰো মাহৰ শেষত অঙ্ক নিমিলে। মই কেৱল নীৰব দৰ্শক হৈ চাই থাকো। আজি তিনি দিন একেৰাহে মাই শুনাইছে, মই এটা কামত সোমাব লাগে। নহলে ঘৰ নচলা হৈছে। মাই হয়তো ভাবিছে—মোৰ নিচিনা বি-এ পাচ লৰাৰ কাম নোপোৱা হোৱা নাই। মাত্ৰ মই ইচ্ছা কৰিছেই একো কৰা নাই।

মনটো খুব বেয়া লাগে। কলেজত কল্পনা কৰা ৰামধেনুৰ পৃথিৱীখন যেন ক্ৰমে মৰুভূমিলৈ পৰিণত হৈছে……………। এটা শ্ৰেণীৰ এক-চেতিয়া সম্পত্তি হৈ পৰিছে যেন এই পৃথিৱীখন।

কথাবিলাক ভাবি বাটাই দি আগবাঢ়োতে ফুকন উকীলক লগ পাওঁ।

"কিহে নবীন, আজিকালি কি কৰিছা?" ফুকনে সোধে।

"কিনো কৰিব, ঘৰতেহে আছো আৰু।"

"অ' হয়নেকি ?"—উদাসীনতাৰ ভাব লৈ সুকন আগবাঢ়ে।

খং উঠে এই মানুহবোৰৰ ওপৰত। মই কাম নাপালো বুলিয়েই এইসবে বাস্তাই-ঘাটে মোক সুধিবৰ কি অধিকাৰ আছে সিহঁতৰ। নাই, মোৰ ব্যক্তিত্বক অৱমাননা কৰিবৰ কাৰো অধিকাৰ নাই। সুকন, বৰুৱাহঁতৰ দৰে ধনী নহলেও মইও মানুহ, মোৰো আত্মসন্মান আছে।......

কোনোমতে চুচৰি-বাগৰি পাচ কৰা সুকনৰ পুতেক 'জীতেন' এতিয়া উচ্চ শিক্ষাৰ বাবে বিলাতত। আৰু একেলগেই ইকনমিক্সৰ দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লৈ পাচ কৰা মই...............? পাৰ্থক্যটো সহজে ধৰা পৰে—ধনী আৰু দুখীয়া। মেধাশক্তিত হীন হলেও জীতেন ধনী আৰু মই দুখীয়া। সুদূৰ প্ৰসাৰী কল্পনা আমাৰো থাকে। কিন্তু তাক কাৰ্য্যকৰী কৰিবৰ উপায় নাই আমাৰ।.. ........

পেটৰ ভোকটো অসহ্য কৰো। ৰাতিপুৱা চাহ খাবলৈ একো নাছিল। চাহৰ দোকানখনত সোমাবৰ মন যায়। জেপত পইচা নথকাটো স্বাভাৱিক। তথাপিও জেপত হাতখন সুমুৱাও— নাই, একে নাই। চাহ খোৱাৰ ভাবটোৱেই অনিমাহঁতৰ ঘৰলৈ যাবলৈ বাধ্য কৰিলে।.........

'অনিমা'—মোৰ মাতত অনিমা ওলায় আহে। "আও—আজি নবীনদাৰ কিবা ভুল হ'ল নিশ্চয়।" "কিয় ?" মোৰ সেঁতা হাঁহিটো তাই লক্ষ্য কৰে। "নহলেনো ইমান দিনৰ মূৰত আমালৈ মনত পৰেনে ? মাই যে আপোনাৰ কথা সদায় কৈ থাকে।"

"অ' সেই কথা"—চকি এখনত বহি মই কও। "আপুনি কিয় বাৰু ইমান দিন অহা নাই ?" অনিমাই সোধে। "সময়েই দেখোন নাপাওঁ।" (সময় কিয় নাপাওঁ এই কথা বুজিবলৈ অনিমাৰ সময় লাগিব—মইতো সুবুদ্ধোৱেই)।

'ইস্ থক, ইচ্ছা কৰিলেই আহিব পাৰে"—বেঁকা চাৱনিৰেৰে তাই কয়।

"মানুহে ইচ্ছা কৰিয়েই সকলো কাম কৰিব পৰা হলে প্ৰত্যেকেই একোজন বজা-মহাৰজা হৈহে বহি থাকিলহেঁতেন। ইচ্ছাবোৰক দেখোন আমি নিজে নিয়ন্ত্ৰণেই কৰিব নোৱাৰো।"

তাই হাঁহে (কলেজীয়া ছোৱালীবোৰ তেতিয়াৰ দৰেই জীয়াই থকা হলে তাইৰ হাঁহিত হয়তো কবিতাকে দেখিলোহেঁতেন।)

"থাক, মোৰা এতিয়া চাহ এটোপা খুউওৱা-চোন"। আনদিনা চাহ দিলেও খাবলৈ আপত্তি কৰো। আজি সোঁৱৰাই দিলো—তাই কি ভাবিলে নাজানো।

"অ" হয়, চাহৰ কথা পাহৰিয়েই গৈছো— আপুনি বহক, মই মাক পঠিয়াই দিওঁ"। তাই সোমাই যায়।

স্থানীয় হাইস্কুলৰ শিক্ষক যশোদা শইকীয়াৰ জীয়েক 'অনিমা' মোৰ চকুত অসামান্যা। অকল ওচৰ-চুবুৰীয়া বুলিয়েই নহয়—অবৈতনিক ঘৰুৱা শিক্ষক হিচাবেও অনিমাৰ লগত ঘনিষ্টতা হৈছিল যথেষ্ট। এজন অবিবাহিত ডেকা হিচাবে মোৰ ওচৰত অনিমাৰ দুৰ্ব্বলতা আছিল বহুত। কিন্তু ইয়াক ভালপোৱা আখ্যা দিবলৈ মই প্ৰস্তুত নহয়। কাৰণ নাৰীৰ ভালপোৱাত মোৰ বিশ্বাস খুব কমেই আছে।

অনিমাইহঁতৰ ঘৰলৈ আগতে সদায়েই আহি-ছিলো। আজিকালি খুব কমেই আহো।

মনত পৰে এদিনৰ কথা—যিদিনা টকাৰ অভাৱত বি, এ, পৰীক্ষা দিয়াতো বন্ধ কৰিব খুজিছিলো। অনিমাৰ আগত যেতিয়া এই কথা ব্যক্ত কৰিছিলো, তাই তেতিয়া কিছু সময়ৰ

কাৰণে নীৰৱ হৈ তিতা চকুৰে কৈছিল—"নবীন দা, আপুনি কেতিয়াও পৰীক্ষা দিয়া বন্ধ কৰিব নোৱাৰে। আপোনাৰ গৌৰৱেই মোৰো গৌৰৱ। কোনেও টকা দিব নোৱাৰিলে আপোনাক মই টকা দিম। আপুনি মোৰ এই 'চেইন'ডাল আৰু 'বালা'জোৰ বন্ধক থৈ হলেও পৰীক্ষা দিব লাগিব।"

মোৰ ক্ষেত্ৰত এইখিনি পুতৌ হলেও, এজনী আধুনিক ছোৱালীৰ পৰা ইমানখিনি আশা কৰিব নোৱাৰি কাৰণেই মই অনিমাক অসামান্যা বুলিছো।···

"নবীন দেখোন আজিকালি নহাই হলা ?" হাতত তামোলৰ বটাটো লৈ অনিমাৰ মাকে মাত দিয়ে। 'এৰা খুৰীদেউ, আহিম বুলি সদায়েই ভাবো, পিচে সময়কে নাপাওঁ দেখোন।" সম্বন্ধত একো নহলেও মই তেখেতক খুৰীদেউ বুলিয়েই মাতো।

"তোমাৰ কথা সদায়েই কৈ থাকো। সিদিনা দেউতাকৰ আগতো কৈছো—বোলো লগ পালে মাতি আনিবচোন। পিচে, কাম-কাজৰ কিবা সুবিধা হৈছেনে ?"

"এতিয়ালৈকে নাই হোৱা যদিও, সোন-কালেই হ'ব বুলি আশা কৰিছো।" যথেষ্ট বিশ্বাসেৰে কথাষাৰ কওঁ।"

"হওক দেও। সোনকালে এটা হলেই ভাল পাওঁ।"

"বুজিছা মা, আজিকালি দাদাৰ যিহে গপ, কাম পালেতো আমাৰ ফালে পাহৰিবই।" একাপ চাহ আৰু দুখন লুচি মোৰ আগত থৈ অনিমাই কয়।

'ধিক কৈছা অনিমা, পাহৰিব নোৱাৰাটোৱেই এতিয়ালৈকে মোৰ দোষ হৈ আছে।"

মাকে হাঁহে—অনিমায়ো হাঁহে। হাঁহিটো অৰ্থপূৰ্ণ।

"তুমি অনিমাৰ লগত কথা পাতা, মই লৰা-ছোৱালীকেইটাক ভাত দিওঁ।" অনিমাৰ মাক সোমাই যায়।

আজিয়েই নহয়—বহুত দিন এইদৰে অনিমাক মোৰ কাষত থকাৰ সুবিধা মাকে দিছে। মধ্যবিত্ত শ্ৰেণীৰ কন্যাদানৰ সমস্যাৰ ফালৰ পৰাই ইয়াৰ বিচাৰ কৰিব লাগিব। অনিমাৰ সক ভায়েকটোৱে, কাৰ শিকনিত ঠিক নাজানো, মোক "ভিনদেউ" বুলি মাতে। সেই দিনাও অনিমাৰ লগত কথা পাতি থাকোতে সি মোক সেইদৰে সম্বোধন কৰি দিলে। অনিমা জনী মোৰ চকুলৈ চাই লাজত ৰঙা পৰি উঠিল। অনিমাৰ সান্নিধ্যই তাইক আপোন কৰি লোৱাৰ কথাষাৰ মনলৈ আনে। কিন্তু 'নিবনুৱা' এই ভাবটোৱে তাত বাধা দিয়ে।

× × × ×

দিনবিলাক হৈ থাকে—আমাক পাচ পেলায়। উপাৰ্জনৰ কোনো বাট উলিয়াব পৰা নাই কাৰণেই হবলা ঘৰৰ সকলোৱে (তাৰ মানে মোক বাদ দি ঘৰৰ বাকী সাতোটি প্ৰাণীৰ) মোৰ প্ৰতি এটা অৱহেলা লক্ষ্য কৰো।

পৃথিৱীখন ধনেৰেই গঢ়া। ধনৰ বজাৰত দয়া-মৰম সকলো যেন নিঃশেষ হৈ যাব ধৰিছে। কেতিয়াবা ভাবো কোনোবা এম-এল-এৰ কাষ চাপি কাম এটা লোৱা যাওক। (লগৰ দুই-এজনে তেনেকৈ কাম পোৱা দেখিছো)। কিন্তু আত্মসন্মানৰ প্ৰতি থকা হেঁপাহকণে তেনে কৰিবলৈ নকয়। এইবিলাককে ভাবি বিছনাখনত পৰি আছো। বাহিৰত পিয়নটোৱে মাত দিয়ে—"চিঠি আছে।" কোনো গুৰুত্ব নিদিয়াকৈ চিঠিখন লওঁ। চিঠিখন অফিচিয়েল, এনে চিঠি আগতেও বহুত পাইছো—যিবিলাকত এটা খবৰ আছে সেইটোৱেই হ'ল কাম নোপোৱাৰ। সেই কাৰণেই আজিৰ চিঠিখনতো কোনো গুৰুত্ব দিয়া নাছিলো।

খুলি চাই দেখো, নগাঁও-গুৱাহাটী ষ্টেট্-ট্ৰেনচ্পৰ্টৰ বাচ কণ্ডাক্টৰ হিচাবে মই নিযুক্ত হৈছো। কাম খালিৰ খবৰ শুনিলেই দৰ্খাস্ত দিয়া অভ্যাস হৈ পৰিছে। সেই কাৰণেই এই দৰ্খাস্তখনো দি থৈছিলো। কাম পাম বুলি নহয়—দিয়াতো অভ্যাস হৈছিল কাৰণেই।

বহুত নোপোৱাৰ মাজত অকণখান পোৱাতো আনন্দ আছে। সেই কাৰণেই মোৰ মনটো সামান্য ভাবে হলেও আনন্দিত হৈ উঠিল। মাক খবৰটো দিলো। কি কাম পাইছো এই কথা মাই সোধা আৱশ্যক নেদেখিলে। কাম পাইছো—এয়ে যথেষ্ট। নহ'লে হয়তো খৰি হৈছে বি-এ পাচ কৰি নিশ্চয় মই সৰু কাম পোৱা নাই। সেইকাৰণে আপত্তি কৰিছিল। মই কিন্তু পাচ দিনাই যাত্ৰা কৰিলো।

× × × ×

আজি এমাহ কাম কৰিছো। মাহৰ মূৰত পোৱা টকা কেইটাৰ মাত্ৰ ২০ টকাহে ঘৰলৈ দিব পাৰিলো। বাচত চিনাকি দুই এজনে পালে সোধে—"নবীন, তুমি ইয়াত?" সম্পূৰ্ণ গাম্ভীৰ্য্য ৰাখি মযো উত্তৰ দিওঁ—"এৰা ইয়াতে।"

'ডিগ্ৰী'টোৰ ওপৰত কেতিয়াবা খিকাৰ আহে। অকলশৰে ভাবো—ই মোৰ Dignity of labour নে নিঃস্বহুৱা সমস্যাৰ এক প্ৰতিবিম্ব। হয়তো দ্বিতীয়টোৱেই বেচি সঁচা।



# এটা চুটি গল্প

—কমলেশ্বৰ শইকীয়া

শুকমহীয়া সেতেতা আৰ। ৰাতি প্ৰায় ৮ বাজিছে। নিয়ৰবোৰ ৰবৰুণ পৰাদি পৰিছে। ৰাস্তাৰ লাইটবোৰ নিষ্প্ৰভ হৈ গৈছে। যেন সিহঁতে নিয়ৰবোৰৰ লগত যুঁজ কৰি হাৰ মানিছে। আলিবাটটোত মানুহ অহা-যোৱা কম হৈ আহিছে। মই টিউশ্যনৰ পৰা ওলটিছো। মোৰ সৰু মেচটোলৈ আৰু আধা মাইল বাকী। জাৰত সৰ্ব্ব শৰীৰ চেঁচা পৰি গৈছে। কেতিয়াকৈ মেচ পাওঁগৈ তাৰ কথা ভাবি খুব খোজ দিছো। মনতে গৰম কাপোৰৰ কথা ভাবো। মাত্ৰ ভাব—লব নোৱাৰো। এই তিনি মহীয়া চুৱেটাৰটোৱে আৰু কিমান জাৰ ৰাখিব। আঢ়ৈ টকা দামৰ গৰম কাপোৰৰ কমফৰ্টাৰখন ভিতিত ভালদৰে মেৰিয়াই লওঁ।

……হাটৰ কাষৰ অলপ দূৰৈত কাৰোবাৰ কান্দোন শুনি বৈ যাওঁ। কাণ পাতি শুনো। কাষৰ এটা সৰু ঘৰৰ পৰা সেই কান্দোন অহা যেন অনুমান হয়। আগবাঢ়ি যাওঁ। লগে লগে কাৰোবাৰ কেকনি শুনো। ঘৰটোৰ দুৱাৰখন মেলি সোমাই যাওঁ! এজনী ১২।১৩ বছৰীয়ামান ছোৱালীয়ে কান্দিছে। ওচৰতে কোনোবা শুই আছে। টেবুলখনত লেমটোৰ পোহৰ নিষ্প্ৰভ।

শুই থকা জনে চকু মেলি চাই কয়—"কি হে, কি হ'ল?"

"একো হোৱা নাই। কান্দোন শুনি মাত্ৰ সোমালো।"

"অ' বহাঁ আছে। শেৱালি কান্দিছ কিয়। এজঁক বহিবলৈ দে—"উঃ"—

"বাৰু বহিম। আপুনি উঠিব নালাগে। আপোনাৰ গা অসুখ নেকি?"

শেৱালীয়ে বেতৰ চকীখন আগবঢ়াই কয়— 'বহক'। মাতত করুণতা। চকুত চকুপানীবোৰ লেমৰ পোহৰত জিলিকি উঠে।

"মোৰ আজি তিন দিন জ্বৰ। ডাক্তৰক মতালো। ডাক্তৰে নিউমোনিয়া বুলি কৈছে। এইয়া দেৱাই আনিবলৈ প্ৰিচক্ৰিপচন দি থৈ গৈছে। হাতত ইপিনে পইচা নাই। কি কৰিম কবই পৰা নাই। ডাক্তৰে চাওতেই ৫৲ টকা নিলে। দৰবত হেনো ২০।২৫ টকা মান হ'ব। স্কুললৈ অলপ আগধন খুজি ছোৱালীজনী পঠিয়ালো। সিও মিছা হ'ল। অ' আই, মোৰ কাপোৰখন থিক কৰি দেচোন।"

ময়ে কাপোৰখন থিক কৰি দিও।

"নাই তুমি নালাগে। আয়ে পাৰিব। তুমি বহা"।

"আপুনি স্কুলত কাম কৰে?"

"এবা, মাষ্টৰ কৰানো কি বুলিছা। শঙ্কৰদেৱ হাইস্কুলতে আছো। দৰমহা পাওঁ ৭০৲ টকা। তাৰে আৰু জানাই নহয় কি হব পাৰে। খাবাইনে, ঘৰ ভাড়াকে দিবানে নাই বেমাৰকে ভাল কৰিবা।" মানুহজনে পুৰণি চিনাকিৰ দৰে কথাবোৰ কৈ যায়।

"আপোনাৰ কোন কোন আছে?"

"অ' তাৰ কথা সুধছা। সেইবোৰ অৱশ্যে বহুত কথা।

"বাৰু থক তেনেহলে। আপোনাৰ কষ্ট হ'ব।"

"কষ্টৰ কথা কৈছা। কি কষ্ট হ'ব। মোৰ গোটেই জীৱন কষ্টৰ মাজেদিয়েই গৈছে। কথা ক'লে আৰু কষ্ট নহয়। শেৱালী, এইপিনে আহ। এটোপা পানী দেচোন। এজঁকো এটোপা দে।"

"থক মোক পানী নালাগে। দিগদাৰী হ'ব। মই যাম্যেই এতিয়া।"

"পানী দিছো। বহক দাদা। পানীটোপা খাই গ'লে দেৰী নহয়। নে খাবলৈ বেয়া পাই-ছেনেকি? শেৱালীয়ে অভিমানৰ সুৰত কয়।

"বহাচোন বহা। তোমাৰ কথা সোধাই নাই। মই মাত্ৰ নিজৰ কথাকেই কৈ আছো।"

বাপেক-জীয়েক দুয়োৰে পৰা কথাবোৰ শুনি তাৰ উত্তৰ দিবলৈ মই কথাকে বিচাৰি নাপাওঁ।

"বাৰু বহিছো। আগনদি আপোনালোকৰ খিনি শেষ হৈ যাক। তাৰ পিচত মোৰ কথালৈ আহিম।"

মানুহজনে লেমটো অলপ জ্বলাই দিয়ে। লেমটোৰ পোহৰত ঘৰখন ফটফটীয়াকৈ দেখো। ঘৰটো অলপ ভগা-ছিগা হলেও পৰিষ্কাৰ।

"বৰ্ত্তমান এই শেৱালীয়েই মোৰ সকলো। মোৰ জন্ম ঠাই ইয়াত নহয়। মোৰ ঘৰ বঙ্গদেশত আছিল। সেইবোৰ কথা কবলৈ বেজাৰেই লাগে। মোৰ পৰিবাৰ, দুটা লৰা আৰু এজনী ছোৱালী সাম্প্ৰদায়িক সংঘৰ্ষত শেষ হ'ল। থাকিলো মাত্ৰ মই আৰু এই শেৱালী। ঘৰ-দুৱাৰ, ধন-সম্পত্তি সকলো সাম্প্ৰদায়িক সংঘৰ্ষত জাহ গ'ল। অকল মোৰেই নহয়। মোৰ দৰে শ শ জনৰ বুজিছা। স্বনামধন্য দেশৰ কেইজনমান নেতা। সিইতৰ কাৰণেই হেজাৰ হেজাৰ নিৰীহ প্ৰাণৰ ৰক্তেৰে দেশৰ মাটি ৰাঙলী কৰি সিইতে সন্তোষৰ হাঁহি মাৰিলে। সেই সময়ত আলিবাটবোৰ তেজেৰে ৰাঙলী। হেজাৰ হেজাৰ মানুহ যেনি পাই তেনি পলাল। মইো কিছুমানৰ লগত অসম পালোহি। হিন্দুস্থান পাকিস্তান ভাগ হৈ গ'ল। ক'তা মইতো

হিন্দুস্থান পাকিস্থানৰ একো প্ৰভেদ দেখা নাই। সেই একে জলবায়ু, সেই একে গছ-গছনি, সেই একে মানুহ। কতজনে নিজৰ জন্মভূমি এৰি বিদেশলৈ গ'ল তাৰ আজি হিচাব নাই। ময়ো মোৰ জন্মভূমি এৰি নগাওঁ পালোহি, আৰু তাতে থাকিবলৈ ল'লো। কি শান্তিত সেই কেইটা দিন কটালো তাৰ কথা আৰু কি ক'ম। মই নিজৰ কাৰণে চিন্তা ভবা নাছিলো। মাত্ৰ এই শেৱালীৰ কাৰণে। মই মৰি যোৱা হলেই ভাল আছিল।" মানুহজনৰ কথাত বেজাৰৰ ভাব বিৰিঙি উঠে।

"হিন্দুস্থান পাকিস্থান ভাগ হৈ যোৱাৰ পিচত মই আকৌ মোৰ জন্মভূমি বুলি বাওনা কৰিলো। গৈ পালোগৈ কি জানা? ঘৰ-দুৱাৰৰ চিন-চাব নাই। তাৰ ঠাইত অন্য ঘৰ-দুৱাৰ উঠিছে। আগৰ চিনাকি এটা মানুহকো তাত নাপালো। সকলো নতুন। কি কৰো ভাবিলো। তাত থাকিবৰ আৰু মন নগ'ল। যি অকণ মাটি-বাৰী আছিল তাকে বেচি ৰূপ ১৫০০ পালো। আকৌ অসম বুলি বাওনা হলো। আহি আকৌ নগাৱৰ পুৰণি ঘৰটো পালোহি। তাত মোৰ দৰেই অন্য এঘৰ ভগনীয়া থকা পালোহি। যা-হওক, তাতে বাস্তিটো থাকিলো। দুৰ্ভাগ্য-বশতঃ সেই ৰাতি তাত ডকাইতি হ'ল, আৰু ফলত মোৰ খিনি টকাও ডকাইতে নিলে। মনৰ দুখত তাৰ পৰা এইখিনি পালোহি। ইয়াতে যেনে তেনে তিনি বছৰ আছো। বহুত চেষ্টা কৰাৰ ফলত শহৰৰেই হাইস্কুলতে সোমালো। তাৰে যি টকা পাওঁ যেনে তেনে কষ্টেৰে দৈসতে চলো। এই অৱস্থাত আকৌ এই জ্বৰ। আজি মাহৰ ১৬ তাৰিখ। পইচা প্ৰায় শেষ হলেই। হাতত টো জমা ধন বুলিবলৈ নাই। সেই টকা ১৫০০ নিনিয়া হলে ইমান চিন্তা নহয়। কি হ'ব। দুৰ্ভাগ্য। কাইলৈ শেৱালীৰো ফিজ দিব লাগে। এইবেলি পূজাৰ ফিজ, পৰীক্ষাৰ ফিজো দিব লাগে।" মানুহজনে নিৰোগী মানুহৰ দৰে একেবাহে কথাবোৰ কৈ যায়।

শেৱালীয়ে পানী দিয়েহি।

"পানী খক দাদা! বাবা তয়ো খাচোন।"

দাদা সম্বোধনটো শুনি মোৰ ভাল লাগে। বঙালী ছোৱালী যদিও একেবাৰে অসমীয়া। কোনোবাই বঙালী বুলি কৈ নিদিলে বঙালী বুলি ধৰিবই নোৱাৰি। মই শেৱালীৰ মুখখনলৈ চাওঁ। ইমান ধুনীয়া। ফুলো ফুলো কৰা যেন এপাহি ধুনীয়া ফুল। তাইৰ মুখখন বেজাৰেৰে ভৰা। মই অন্যমনস্ক হৈ যাওঁ। মোৰ চকু দুটা সেমেকি উঠে। হাপেকৰ চকুত সেই কথা ধৰা পৰে।

"কি ভাবিছা, পানী খোৱা।"

মই অপ্ৰস্তুত হৈ পৰো।

"নাই একো ভবা নাই। মোৰ ভনীজনীৰ কথা মনত পৰিছে। ঠিক ইমান ওখ, ঠিক ইমান ধুনীয়া, ঠিক ইমান বয়স, ঠিক ইমান বৰ্ণ—ঠিক একেকুৱাই। দুদিন জ্বৰতে এই পৃথিবীৰ পৰা গুচি গ'ল।"

"ধৰি লোৱা এয়েই তোমাৰ ভনী। কি কৰিবা বোপাই। যোৱাবোৰ গ'ল, তাৰ কথা ভাবি বেজাৰ নকৰিবা।"

"আপোনালোকে খুব সুন্দৰ অসমীয়া কৈছে। মইতো প্ৰথমতে ভাবিবই পৰা নাছিলো আপোনা-লোক যে বঙালী।"

"আমি আৰু এতিয়া বঙালী নহয়, আমি এতিয়া অসমীয়া"—শেৱালীয়ে কয়। "অসমত আছো যেতিয়া ইয়াৰ ভাষা কবই লাগিব। মাত্ৰ কেতিয়াবা এই কাৰণেই বেয়া লাগে আমাক ভগনীয়া বুলি ওচৰ-চুবুৰীয়াবোৰে অৱমাননা কৰে, বেয়া চকুৰে চায়।"

"শেৱালী, বাবাৰক খাবলৈ কি দিছা?"

"কিনো দিম। এতিয়া জহা-চাউল ছুটামান ৰান্ধিছো। তাকে গাখীৰৰ সৈতে খাবলৈ দিম।"

"জ্বৰতনো কি খাবা। খাবৰ মনেই নাযায়। তুমিনো কি কৰা, ঘৰ কোন খিনিত?

"মোৰ বিষয়েনো কি ক'ম। মই এইবেলি এই কলেজতে প্ৰথম বাৰ্ষিকত নাম লগাইছো। ঘৰৰ অৱস্থা একেবাৰে বেয়া। সেই কাৰণে "টিউচন" কৰিব লগা হৈছে। কুপ পাওঁ ৫০৲ টকা। প্ৰায়ে কলেজৰ পৰা বাহিৰে বাহিৰেই যাব লাগে। ৰাতি ৮টা চাৰে ৮টাত মেচ পাওঁগৈ। এইদৰেই এতিয়া চলিছো যেনে তেনে। পাচত "টিউচন" নহলেনো কি হ'ব ভাবিয়েই পোৱা নাই। এইমা টিউচনৰ পৰা আহি ইয়াত সোমাইছো।"

"ঘৰত তোমাৰ কোন কোন আছে?"

"অ' সেই কথা সুধিছে। আই আৰু ভাই এটাৰ বাহিৰে আৰু নাই। দেউতা ঢুকাবৰ আজি দুবছৰ হ'ল। ভাইটোৱে "ক্লাচ এইট"ত পঢ়ে। তাকো ২।৪ টকা দিব লাগে। আয়ে কাপোৰ আদি বৈ তাৰ খৰচটো যেনে তেনে যোগাইছে। ৰাবীটো অলপ তামোল-পান আছে। তাকো বেচি দুই-চাৰি পইচা পায়। মোৰ লগত ইয়াতে লৰা এটাও আছে। সি ভাত কেইটা ৰান্ধে আৰু স্কুলতো পঢ়িছে। এইবাৰ "ফাইভ"ত। তাৰো আপোন বুলিবলৈ কোনো নাই। সেই কাৰণে ময়েই তাক ৰাখিছো। মোৰে যদিও নাটনি তথাপি—"

"বৰ ভাল কাম কৰিছা বোপা। দুখীয়াইহে দুখীয়াৰ মোল বুজে। তোমাৰ পঢ়াৰ প্ৰতি আগ্ৰহ দেখি সঁচাকৈয়ে আনন্দ পাইছো। পঢ়া, পাৰিবা। ঈশ্বৰ সহায় আছে।"

মই জেপৰ পৰা টকা ৫টা উলিয়াই শেৱালীক দিব খোজো। তেওঁ বাধা দি কয়—"কি কৰিছা। নালাগে। নলবি তই। তোমাৰে নাটনি। নাই নলবি।"

"নহয় মই দিছো। মোৰ নাটনি নহয়। মই যেনিবা নিজৰ ভনীজনীক সহায় কৰিছো। এই কেইটা টকাৰে কিজ দিবা। বাকী কেইটা টকাৰে আপোনাৰ দেৱাই কিনিব পাৰিব।" শেৱালীৰ চকুত তেতিয়াও চকু-পানীৰ দাগ জিলিকি থাকে। × × মই তাৰ পৰা ওলাই আহো। শেৱালীও লগে লগে দুৱাৰমুখ পায়হি। "শেৱালী, চিন্তা নকৰিবা। বাবাৰৰ ভাল হ'ব বুজিছা। পঢ়া-শুনা কৰিবা দেই।"

"দাদা, আপুনি আকৌ আহিব দেই। কালিলৈ আহিব দেই। মই অকলশৰীয়া। বাবাৰো জ্বৰ হৈছে। কিনো হব ..........।"

"আহিম যাক। তুমি চিন্তা কৰি নাথাকিবা দেই। যাওঁ দেই।"

চোতালৰ পৰা দুৱাৰ মুখলৈ এবাৰ উভতি চাওঁ। শেৱালীয়ে একেথৰে লেমটো লৈ ৰৈ আছে। মোৰ বেয়া লাগে। চকুৰ আগত ভাঁহি উঠে এই পৃথিবীৰ শেৱালীৰ নিচিনা নিঃসহায় লৰা-ছোৱালীবোৰৰ অৱস্থা। তাই লাহে লাহে দুৱাৰখন মাৰি সোমাই যায়।

× ৰাজ-আলিবাটটো নিজন। নগৰৰ বাহিৰত চেকীৰ মাত শুনো। কৰবাত ন ধানৰ চিৰা খুন্দিছে। ভোগালী বিহুলৈ আৰু মাত্ৰ ৩ দিন বাকি। ভাইটোলৈ চোলা এটা নিব লাগে। অকণকো বনিয়ন এটা দিব লাগে। আইলৈকো মেখেলা এখন নিব লাগে। আৰু ময়ো এটা চোলা লব লাগে। কিন্তু ইমানবোৰ পইচা পাওঁ কত। ...উঃ বৰ জাৰ পৰিছে। এইখাৰ ইমান জাৰ। বেগাবেগীকৈ মই মোৰ সৰু মেচটো পাওঁহি।

"অকন, অকন, ভাত হ'লনে?" তাৰ মাত নাপাওঁ। মাত্ৰ দুই ফুৱাই থকাহে শুনো। ৰান্ধনীঘৰ

পাওঁগৈ। "ভাত খোৱা নাইনেকি? ইমান দেৰী হ'ল দেখোন।" "খৰি নজ্বলে। ফুৱাওঁতে ফুৱাওঁতে তেনেই হাৰাশাস্তি হৈছো। ককাইদেউ, আপোনাৰ আজি দেখোন দেৰী হ'ল।" মোৰ যে দেৰী হোৱাৰ কথা হৈছে তোৰ দেৰী হ'ল কেলৈ?" পেটত ইফালে ভোক। আজি ইপিনে টিউশ্যনৰ ঘৰতো চাহ এটোপাৰ বাহিৰে একো নাপালো। এঘৰতটো সিও নাই। মোৰ একৰকম খং উঠি যায়। সেই কথা অকনে বুজে। সি একো নকয় মাত্ৰ জুইকুৰা বেচিকৈ ফুৱাবলৈ ধৰে।

বিচনাখনতে বহি পৰো। টেবুলখনকৈ চাই দেখো, দুখন চিঠি আছে। তৰাতৰিকৈ চাওঁ। এখন ঘৰৰ আৰু আনখন বন্ধু প্ৰবীনৰ। ঘৰৰ পৰা লিখিছে—"ককাইদেউ, আইৰ আজি ৩ দিন জ্বৰ। তুমি চিঠি পোৱা মাত্ৰকে আহি যাবা। যদি পাৰা মোৰ ফিজৰ কাৰণে কণ ৫৲ টকা মান আনিবা। মোক এতিয়া চোলা নালাগে। পাৰিলে আইলৈকে মেখেলা এখন আনিবা। পৰহি আমাৰ ইটা বিতৰণী সভা হৈ গ'ল। শুনি সুখ পাবা যে মই তিনটা পুৰস্কাৰ পাইছো। আজি ৪ দিন হ'ল আমাৰ গৰুজনী জগিছে। আজিলৈ আৰু নাই। মোৰ ভাল। ইতি, প্ৰতাপ।"

আকৌ এক চিন্তা। আইৰ অসুখ। ভাইটোৱে কৈছে তাক চোলা নালাগে। কেলৈ নালাগে মই বুজিছো, সিয়ো বুজিছে। শেৱালীৰ কথাও মনত পৰেহি। "ককাইদেউ, ভাত দিলো" অকনে ওন্দোলাই কয়।

ভাত খাবলৈ বহো। অকনৰ ওন্দোলা মুখখনলৈ চাই কওঁ—"অলপ কথাতেই বেয়া পাবনে? ককায়েকে ভায়েকক দাবী দিয়েই।" মই তাৰ নিঃসহায়তাৰ কথা ভাবো। মোৰ আশ্ৰয়তেই আছেহি। তাৰ পাতলৈ অলপ মাছ দি দিওঁ। সি মোৰ মুখলৈ চাই ৰয়। "ককাইদেউ, মোৰ আজি ফিজ মাফ হৈছে বুলি মাষ্টৰে কৈছে।"

"ভালকৈ পঢ় এতিয়া।"

আমাৰ খোৱা শেষ হয়।

আকাশখনলৈ চাওঁ। তৰাবোৰ উঠি আহিছে।

× × × ৰাতি গাত বৰষুণ পৰে। সাৰ পাই উঠো। লগে লগে বতাহ। ভগা খিড়িকীখনেদি ঠাণ্ডা বতাহবোৰ সোমাই আহে। বিচনাখন আঁতৰাই লওঁ। কিতাপবোৰতো বৰষুণ পৰিছে। আঁতৰাই থওঁ। ঘৰৰ গিৰিহঁতলৈ খং উঠে। তিনি চাৰি দিন কওঁতেও এই ফুটাকেইটা নামাৰিলে। আনহাতে শাৰকালিৰ বৰষুণ। পইচা নিবৰ সময়ত মাত্ৰ আহিব। সেই খিড়িকীখন ভাগি গৈছে। ভাল কৰি দিয়া নাই। "অকন, কিবা কটা কাপোৰ আছেনে চাচোন। সেই খিড়িকীখনৰ ফুটাটোত দি দে। বতাহবোৰ খুব আহিছে। খং উঠে। অৱশেষে মই অন্য যেচৰ কথা ভাবি মনটোক প্ৰত্যয় মনাওঁ। ভাবো মোৰ দৰেইতো আজি কত লৰাৰ অৱস্থা। ভগা মেচত থাকি পইচাৰ অভাৱতো মনৰ বলত শিক্ষা ল'বলৈ যত্ন কৰিছে।...............

ৰাতি পুৱাই আহে।

মোৰ টোপনি ভাগে, ৰাতিটো প্ৰায় টোপনি নগলেই। আইৰ চিন্তা, বৰষুণৰ পানী, শেৱালীৰ কথা—আটাইবোৰেই জুমুৰি দিয়ে।

লৰালৰিকৈ চাহ এটোপা খাই ৰাতিপুৱাৰ বেলখনত ঘৰলৈ যাওঁগৈ।

× × ঘৰ পাই দেখো আইৰ গা ভাললৈ আহিছে। সেই অলপ ভাল গাৰেই পিঠা খুন্দিব ধৰিছে। মই বাধা দিও। আয়ে কয়—"যাক তোৰ কথা নালাগে। কাইলৈ বিহু

হলেই। চিৰাতো খুন্দিব নোৱাৰিলোৱেই। সোণমণিয়ে কালি চিৰা এভাগ দি থৈ গৈছেহি। তই আহিবি বুলি জানি সোণমণিয়ে বিহু খাবলৈ মাতি গৈছে। তাই আকৌ আহি মাতিব বোলে।" সোণমণিজনীৰ মৰমৰ কথা ভাবি মই অবাক হৈ যাওঁ।

মই ওচৰৰে দোকানখনলৈ গৈ আইলৈ এখন মেখেলা কিনি আনো। সেই কণ ৫৲ টকা শেৱালীক নিদিয়া হ'লে তাৰে ভাইটোক চোলা এটা দিব পাৰিলোহেঁতেন। তাৰ চোলা ফাটি গৈছে। শেৱালীৰ কথালৈ মনত পৰে। তাইৰ আমন-জিমন মুখখন আকৌ মোৰ চকুৰ আগত ভাঁহি উঠে। বাপেকৰনো চাগৈ কি হৈছে। মই অন্যমনস্ক হৈ যাওঁ মাত্ৰ এফাকি কবিতা— মনতে, "সৰি পৰা শেৱালীৰ কোমল সুবাসে মোক কৰেহি উমনা।" শেৱালীৰ কথাই মোক আকুল কৰি তোলে।

বিহুৰ পাচদিনাই যোৰহাটলৈ আহিম বুলি ভাবিছিলো, কিন্তু নোৱাৰিলো। সোণমণিয়ে আহিবলৈ নিদিলে। গধূলি সিহঁতৰ ঘৰত ভাত খাব লগা হ'ল। পাচদিনা দুপৰীয়া বাচত গুচি আহিলো।..............

................সন্ধিয়া লাগি অহাৰ লগে লগে মই মোৰ সৰু মেচটো পালোহি। অকনমান পিঠা-জলপানৰ টোপোলাটো দি মুখখন ধুই ললো। মূৰটো ফণিয়াই লওঁ; টিউশ্যনলৈ যাব লাগে। আগধৰি শেৱালীৰ তালৈকে যাওঁ আৰু তাৰ পৰা টিউশ্যনলৈ যামগৈ।

× × শেৱালীহঁতৰ ঘৰটো নিজম হৈ পৰিছে। চাকি এটা মিমিক্-ধামাকৈ জ্বলি আছে। মই ভিতৰ সোমাই যাওঁ। বেমাৰী শুই আছে।

"গা কেনে পাইছে?"

"অ' বোপানে? বহা। অলপমান ভাল পাইছো।"

"শেৱালী নাই নেকি?"

"আছে। তাই এইখিনিৰ দোকানখনৰ পৰা কেৰাচিন তেল আনিবলৈ গৈছে। সোৱা আহিবই পাৰে।"

শেৱালীয়ে বটলটো লৈ সোমাই আহে।

"দাদা, কেতিয়া আহিলে"—অলপ হাঁহি কয়।

"এয়া সোমাইছোহে। তেল আনিলাগৈ।"

"আপুনি এইকিদিন অহা নাই—"

"এৰা, সেইদিনা ইয়াৰ পৰা গৈয়েই ঘৰৰ পৰা চিঠি পালো আইৰ অসুখ বুলি। পাচদিনা ঘৰলৈ গলোগৈ। আজি ঘৰৰ পৰা আহি পায়েই পোনে পোনেই এইফাললৈ আহিছো। খবৰ কৰিলো, যাওঁ আৰু। টিউশ্যনলৈ যাব লাগে। দেৰীয়েই হল।"

"আ ইমান তত্তাতৈয়াকৈ কলৈ যায়? মাকৰ গা ভাল হৈছেনে?"

"ভাল হৈছে। এতিয়া যাওঁ। যাওঁতে সোমাম। চাহ দি থবা দেই।" খেমালিকৈ কোৱাৰ দৰে কওঁ।

× × প্ৰথম টিউশ্যনৰ ঘৰ পালোগৈ। তাৰ পৰা দ্বিতীয় ঘৰ পালোগৈ। উকীল হাকিম ওলাই আহিল, "অ' বহা। পিচে আজিৰ পৰা মোৰ ঘৰত পঢ়াব নালাগে। পৰীক্ষাৰ সময়ত এইদৰে খটীয়া কৰিলে নহয়। এই মাহত কেইদিন নাহিলা মন কৰাচোন।" মই অবাক হৈ যাওঁ।

"নহয় চাৰ, এই মাহত জ্বৰ হোৱাৰ কাৰণে তিনি দিন আহিব নোৱাৰিলো। আৰু এই

কেইদিন আইৰ অসুখ হোৱা খবৰ পাই ঘৰলৈ গৈছিলো। অন্যদিনে বিহু বুলিও—"। "সেইবোৰ মই নাজানো। পইচাৰ লগত সেইখন নাই। আজিৰ পৰা আহিব নালাগে।" উকীলৰ ভাঙৰ লৰাটো মোৰ কাষেদিয়েই পাৰ হৈ যায়। সি মোৰ কালে নাচায়। তাৰ গৰম চুটটোৰ ওপৰেদি বাগৰি অহা "ইভিনিং পেৰী"ৰ গোন্ধটো মোৰ নাকত সোমায়হি।

"ভাল এতিয়া উঠোহে।"

"ৰবা, চাহ এটোপা খোৱা।"

"নালাগে থক। আজি কেইবা ঠাইতো খাইছো।"

মই গুচি আহোঁ—বেগাই। মূৰৰ ওপৰত আকৌ এক নতুন চিন্তা আহি উপস্থিত।—পঢ়া-শুনা এৰি দিওনেকি? মনলৈ নিৰাশা আহে। বৰ ঠাণ্ডা লাগে।

শেৱালীহঁতৰ ঘৰত সোমাওহি। সঁচা শেৱালীয়ে চাহ কৰি ৰৈ আছে। একাপ চাহ আৰু দুটা মুড়ীৰ লাড়ু লৈ শেৱালী মোৰ আগত উপস্থিত। শেৱালীৰ সৰু অন্তৰখনৰ মৰমবোৰে মোৰ অন্তৰখন বুৰাই পেলায়। উকীলৰ কথা মনত পৰে। উকীলৰ অন্তৰ আৰু শেৱালীৰ অন্তৰ তাৰ মাজত তুলনা বিচাৰি চাওঁ। "দাদা, চাহ থক ঠাণ্ডা হ'ব।" মই খাওঁ। তাই মোৰ মুখলৈ চাই ৰয়—চকিত হৰিণীৰ দৰে। মই অভিভূত হৈ পৰো। তাইৰ গাল দুখনত আঙুলিৰে টিকুটিকাই দিওঁ। তাইক মোৰ বুকুলৈ চপাই আনি চুমা খাওঁ। তাই উচুপে। তাই কয়—"তাই অকলশৰীয়া, বাপেকৰ বাহে কোনো নাই। ময়েই হেনো তাইৰ ককায়েক।" বাপেক তেতিয়া টোপনিত। মই গুচি আহো।

× × পাচদিনা ৰাতিপুৱা—

"অকন, ভাত হ'লনে। কলেজলৈ যাবৰ হ'ল।"

"হৈছে" × ×

কলেজ পাওঁগৈ।

নটীশবোৰ চাই যাও। পৰীক্ষাৰ সময়ত তিনি মাহৰ ফিজ একেলগে দিব লাগিব। হঠাৎ এখন নটীশত চকু পৰে। 'হাফ ফ্ৰি' পাইছো। মনলৈ অলপ আশা আহে।

কলেজ চুটী হৈ যায়।

"অমল, অ' অমল।"

পাচলৈ ঘূৰি চাও। বন্ধু অনিল।

"কি ভাই। কি বিহু খাবলৈ মাতিবিনেকি?

"বিহু খাবলৈতো মাতিছোৱেই আৰু এটা কথাও আছে তোৰ লগত।"

"কি কচোন ক"?

"তই জানো পাৰ নে নোৱাৰ। মোৰ ভনী জনী 'ক্লাচ এইট'ত পঢ়ে। তাই অঙ্ক আৰু সংস্কৃতত বেয়া। তাইক তই পঢ়াই দিব লাগে। পইচাৰ কথা ভাবিব নালাগে। মাহে ত্ৰিশ টকা লবি। অন্তহাতে আমাৰ টিউশ্যন এমহীয়া দুমহীয়া নহয়। গোটেই বছৰ পঢ়াব লাগিব।"

"তই যেতিয়া কৈছ কৰিম আৰু"।

"বাক তই যাবি দেই। আজিয়েই যাবি। মই যাও দেই। অলপ বিশেষ দৰকাৰ আছে এতিয়া কথা নহওঁ।"

"বাক যাম বা।"

অনিল আৰু মোৰ মাজত সেই প্ৰথম কলেজত নাম লগোৱাৰ দিনাৰ পৰাই চিনাকি। দুয়োটাই একে দিনাই নাম লগাইছিলো। সি মোক ভাল পায়। মহো। সি দুখীয়াৰ দুখ বুজে। কাৰণ সিহঁত যদিও বৰ্ত্তমান এঘৰ সম্ভ্ৰান্ত মানুহ, তথাপি সিহঁতৰ অৱস্থা আগতে খুব বেয়া আছিল বুলি সি মোক কৈছিল। বাপেকে বৰ্ত্তমান জাহাজ কোম্পানীত কাম কৰে। ঘৰত সি,

ভায়েক, ভনীয়েক আৰু মাক। তাৰ একমাত্ৰ ককায়েক আজি দুবছৰমানৰ আগতে ঢুকাল বুলি সি মোক কৈছিল।

× × সোনকালেই টিউশ্বনৰ পৰা ঘূৰি আহোঁ। অনিলৰ ভনীয়েক বীণাজনীৰ সৰল আচাৰ-ব্যৱহাৰবোৰত মই মুগ্ধ হৈ পৰিছো। × × বাটৰ পৰা ছোৱালীৰ কান্দোন শুনো। কি হল? দুই-চাৰি গৰাকী মতা আৰু মাইকী মানুহৰ মাত শুনো। মই ঘৰ সোমাই যাওঁ। "শেৱালী—"। মই কি হল বুজো। শেৱালীয়ে বেচিকৈ কান্দে। "কেতিয়া—" "—এই ৪ মান বজাত"—মাইকী মানুহ এগৰাকীয়ে কয়। শেৱালীক শান্তনা দিবলৈ চেষ্টা কৰো। "দাদা, মোৰ—মোৰ এতিয়া কি হ'ব!" × × × তাই উচুপে। মোৰ বুকুখন তিতি যায়। মোৰ চকুৰ পৰা চকুপানীবোৰ জৰ্‌জৰকৈ বাগৰি আহি তাইৰ গাত পৰে। তাই মোৰ চকুলৈ চায়। "দাদা, আপুনি মোক লৈ যক। মই আপোনাৰ লগত থাকিম।" বাকী মানুহবোৰে অবাক হৈ মাত্ৰ আমালৈ চাই থাকে। × ×

কোনো কথা নাভাবি মই তাইক মোৰ মেচটোলৈ লৈ আহো। "অৰুন, কি কৰিছ। এইজনী তোৰ লগৰীয়া আনি দিছো।" দুয়োটাই দুয়োটালৈ চায়। মোৰ চায় ভাল লাগে। দুয়োটা যেন একে মাক-বাপেকৰ এহালি ল'ৰ'-ছোৱালী। আজি সিহঁত দুয়োটাৰ আশ্ৰয়দাতা মই। মোৰ ভাবি ভাল লাগে। অজ্ঞাত চেপা খাই নিৰস হৈ যোৱা বুকুখনো গৰ্ব্বত ফুলি উঠে। × ×

মৰম আৰু পৃথিৱী। একালে মৰম—আন কালে ইয়াৰ ওপৰত পৃথিৱীৰ কঠোৰ বাস্তৱৰ আঘাত। কিন্তু মৰমে এই আঘাতক জয় কৰে। × × ×

মই ডায়েৰীটো উলিয়াই লও। গোটেই ঘটনাটো লিখি পেলাওঁ। ভগা খিড়িকীখনৰ মাজেদি জোনটোৰ পোহৰবোৰ সোমাই আহি মোৰ ডায়েৰীটোৰ ওপৰত পৰেহি। আজি আকাশত ডাৱৰ নাই।



অনুবাদ কবিতা—

# মই জেললৈ যোৱাৰ পিচত

নাজিম হিকমেত
অনুবাদক—সুশীল গোস্বামী

সেই তেতিয়াই জেললৈ আহিছো
তাৰ পিছত দহবাৰ পৃথিৱীয়ে প্ৰদক্ষিণ কৰিছে সূৰ্য্যক।
পৃথিৱীক যদি কোৱা, সি ক'ব,
        "একো নহয়,
            অণুমাত্ৰ কাল।"
মই ক'ম—
        "মোৰ জীৱনৰ দহোটা বছৰ।"
যি বছৰ জেললৈ আহিছো
        এডাল পেঞ্চিল আছিল
লিখি লিখি শেষ কৰি পেলাইছো
        এসপ্তাহো নেলাগিল।
পেঞ্চিলক প্ৰশ্ন কৰিলে সি ক'ব
        এটা পূৰ্ণ জীৱন
মই কম:
        "বেছি আৰু কি এটা মাত্ৰ সপ্তাহ।"
যেতিয়া জেললৈ আহিছো
        খুনী আচামী ওচমান
        কিছু দিনৰ কাৰণে মুক্ত হ'ল
তাৰ পিছত চুৰি মাল চালানৰ দায়ত
        পুনৰ ছমাহ কয়দী থাকি
            আকৌ মুক্ত হ'ল।
কালি তাৰ পৰা চিঠি পালো
        বিয়া হৈছে তাৰ—
অহা বসন্তত সন্তানৰ মুখ দেখিব।
মই জেললৈ অহাৰ সময়ত
        যি সন্তান মাতৃৰ গৰ্ভত আছিল
        আজি সিহঁত দহ বছৰীয়া বালক

তেতিয়াৰ ক্ষীণ ঠেং দীঘল সোঁৱাৰ পোৱালীবোৰ
যথেষ্ট দিন হ'ল
পূৰ্ণ নিতম্বিনী যোৱাত পৰিণত হৈছে।
কিন্তু জলফাইৰ হাবিবোৰ, আজিও সেই হাবিয়েই
আজিও সেইবোৰ পুলি হৈছে আছে।
মই জেললৈ অহাৰ পিছত
দূৰৰ চহৰবোৰত নিৰ্ম্মাণ হৈছে
নতুন নতুন পাৰ্ক
আৰু মোৰ ঘৰৰ মানুহবিলাক
উঠি গৈছে অচিন ৰাস্তাৰ কাষৈল
যি ঘৰ মই চকুৰেই দেখা নাই।
যি বছৰ জেললৈ আহিলোঁ
ৰুটি আছিল কপাহৰ দৰে বগা
তাৰ পিছত এই ৰেচনৰ যুগ
ঠিয়াতে এই জেলখানাত
মানুহবিলাক ৰুটিৰ টুকুৰাৰ কাৰণে বন্দী হ'ল।
আজি পুনৰ অবাধে কিনিব পাৰি
কিন্তু কলা আৰু তিতা সেই ৰুটি।
যি বছৰ মই জেললৈ আহিলোঁ
দ্বিতীয় মহা যুদ্ধৰ আৰম্ভণী মাত্ৰ
নাচাউৰ হত্যা ভূমিৰ জুই তেতিয়া জ্বলা নাই
তেতিয়াও এটম বোমা পৰা নাছিল হিৰোছিমাত।
টেটু চেপি ধৰা শিশুৰ হাগৰি যোৱা ৰক্তৰ দৰে
সময় পাৰ হৈ গ'ল
তাৰ পিছত সমাপ্ত সেই অধ্যায়
আজি মাৰ্কিন ডলাৰত চোৱা তৃতীয় মহা যুদ্ধৰ বোল।
কিন্তু মই জেললৈ অহাৰ পিছত
আগতকৈ অনেক উজ্জ্বল হৈছে দিন।
আৰু অন্ধকাৰৰ শেষ প্ৰান্তৰ পৰা
ৰাস্তাৰ ওপৰত
হাতেৰে ভেজা দি
সিহঁত আজি থিয় দিছে।

মই জেলতৈ যোৱাৰ পিচত
　　সূৰ্য্যক নহবাৰ প্ৰদক্ষিণ কৰিছে পৃথিৱীয়ে
আৰু মই বাৰে বাৰে সেই এক কথাই কৈছো
জেলখানাত কটোৱা নহোটা বছৰত
　　যি লিখিছো সকলো তাঁহাতৰ কাৰণেই
তাঁহাতৰ কাৰণেই,
　　যি পৃথিৱীৰ পকৰাৰ দৰে
　　সাগৰৰ মাছৰ দৰে
　　আকাশৰ পখীৰ দৰে অগণন
যি ভীৰু ; যি বীৰ
যি নিৰক্ষৰ ; যি শিক্ষিত
যি শিশুৰ দৰে সৰল
যি ধ্বংস কৰে
যি সৃষ্টি কৰে
কেৱল সিহঁতৰেই জীৱন বতাহ পূৰ্ণ মোৰ গান
　　আৰু বাকীখিনি
　　—ধৰা মোৰ জেলৰ নহোটা বছৰ—
　　মাত্ৰ কথাৰ কথা।



# জেলখানাৰ চিঠি

মাৰ্টিন কাৰ্টাৰ
অনুবাদক—জোনা শইকীয়া

সিহঁতে মাত্ৰ মোৰ ইয়াকেই কৰিছে—
জেলত ভৰাইছে, ধাকি পেলাইছে,
সূৰ্য্যৰ পৰা, পৃথিৱীৰ পৰা বিচ্ছিন্ন কৰিছে,
আকাশক তমশাচ্ছন্ন বতাহক বিষপূৰ্ণ—
আৰু মোৰ নিঃশ্বাসক বন্ধ কৰি দিছে,—
এই আশাত যে
মই মৰি যাম।

*

কিন্তু হায়
মই হাহোঁ সিহঁতৰ আয়োজনত
হাহোঁ
কাৰণ মই জানো সিহঁতে মোক মাৰি পেলাব নোৱাৰে
নোৱাৰে স্তব্ধ কৰি দিব মোৰ চিন্তাক—
নোৱাৰে মুচি পেলাব মোৰ লেখনিক—
মই মানুহ
মই আছোঁ মানুহৰ মাজতেই।
সেই ভয়ঙ্কৰ মহীৰুহৰ দৰেই গৰ্ব্বিত মানুহ মই
যাক কাঠকটীয়াই বগৰাই পেলাব নোৱাৰে
তাৰ তীক্ষ্ণ কুঠাৰৰ আঘাতেৰেও।
যদি আমাৰ মানুহৰ দল বাচি থাকে
ময়ো জীৱিত থাকিম তেওঁলোকৰ লগত
তেওঁলোক নমৰে
মই তোমালোকক কৈছোঁ—তেওঁলোক জীয়াই থাকিবই
কিন্তু ইহঁত ?
মই হাহোঁ ইহঁতক দেখি
নাজানো ইহঁতৰ সমস্ত চিন্তাৰ স্পন্দন উঠেনে শুঠে
মোৰ কথা সিহঁতে চিন্তা কৰিবই নাজানে একেবাৰে
জেতুলী, গাহৰী, বাঘ—

সিহঁতে কি চিন্তা কৰিব পাৰে ?
মই তোমালোকক কওঁ—
এই গৌৰৱৰ মানুহেঁইহে অধিকাৰী
মানুহেঁইহে মাত্ৰ চিন্তা কৰে ।
কেনিয়াৰ ফালে মুখ ঘূৰোৱা—
সিহঁতে নিগ্ৰো ৰমণীৰ বক্ষ খুচি নিছে
মালয়লৈ চোৱা.............
মুক্তি যোদ্ধাসকলক সিহঁতে শিয়াল-খেদা দিছে
গুলিয়াই হত্যা কৰিছে কুকুৰৰ দৰে
আৰু চোৱা ইয়াত—
লালিয়া থকা জিভা মেলি আমালৈ লক্ষ্য কৰিছে
যেনেকৈ ৰক্তলোভী পিশাচৰ দল
খাপ দৈ বহি থাকে চিকাৰৰ আশাত ।
কিন্তু মই তোমালোকক কৈছো
অন্তৰৰ অন্তঃস্থলৰ পৰা কৈছো
দিন আমাৰ আহিবই—
নতুন সূৰ্য্য উদয় হ'বই
পৃথিৱীয়ে হাঁহিবই ।
সেই দিনা যদি মই বাচি নেথাকোঁও
মোৰ সন্তানে তাক দেখিব
যদি সি নেদেখে
তাৰ সন্তানেতো দেখিবই—
আহিব—সেই দিন আহিব—
সামৰি লব পৃথিৱীক বন জুইৰ দৰে
দিন আহিব ইয়াত, দিন আহিব সকলোতে—
আৰু সেই দিন যেতিয়া আহিব
মই তাৰ লগত আকৌ মৰণ পাটিৰ পৰা উঠি আহিম
আকৌ মই হাঁহিম
ফলে ফুলে গন্ধয়
ধাবিত হৈ যাম এই জেলখানাৰ পৰা ।

অনুবাদ গল্প—

# চলি

মোপাছাঁ—
অনুবাদক—শ্ৰীভবেশচন্দ্ৰ শইকীয়া।

[ Guy de Maupassant ৰ Chali ৰ অনুবাদ ]

এডমিৰেল দি লা ভেলীয়ে আৰামী চকীখনত শুই বুঢ়ী মাইকী মানুহে কোৱাৰ দৰেই কলে।—

"এসময়ত মোৰ এটা সাধাৰণ প্ৰেমৰ ঘটনা হৈছিল, তুমি তাক শুনিবানে"?

ওঁঠেৰে এটি শুকান হাঁহি আনি তেওঁ চকীখনৰ পৰাই কয়—"ত্ৰিশ বছৰৰ আগতে মই জাহাজৰ লেফটেনেণ্ট হৈ মধ্য-ভাৰত ভ্ৰমণ কৰিবৰ কাৰণে আহো। এই ভ্ৰমণৰ সফলতাৰ কাৰণে মোক ইংৰাজ চৰকাৰে আৱশ্যকীয় সকলো সহায় কৰে। কেইজনমান লগৰীয়াৰ সৈতে মই সেই আচৰিত, প্ৰকাণ্ড দেশখনত ব্যস্ত হৈ পৰো।"

"এতিয়া সেই ভ্ৰমণটো বৰ্ণনা কৰিবলৈ হলে কেইবাখনো ডাঙৰ পুথি হৈ পৰিব। আচৰিত দেশখনৰ মাজেদি গৈ থাকোতে এজন অতীব ধুনীয়া ৰাজকোঁৱৰে পাই মোক আশাতীত ভাৱে পৰিচৰ্য্যা কৰে। মই যেন যাদুকৰী দেশতহে খোজ কাঢ়ি ফুৰিছো—মোৰ এই ভাব হয়। হাবিৰ মাজত মই কিছুমান আচৰিত ধ্বংসস্তূপ আবিষ্কাৰ কৰো। সেইবিলাক লেচ'ৰ দৰে ধুনীয়া আৰু পৰ্ব্বতৰ দৰে ডাঙৰ। সেইবিলাক অতি ধুনীয়া তিৰোতাৰ প্ৰেমত পৰাৰ দৰে, মানুহবোৰ যেন সেই বিলাকবো প্ৰেমত পৰিব!"

"ভ্ৰমণ প্ৰায় শেষ হবৰ সময়ত মই গানচাই পাওহি। আগতে সেই ঠাইখন ভাৰতৰ প্ৰধান ঠাই আছিল। কিন্তু বৰ্ত্তমান সেই ঠাইখন যেন ধ্বংস হৈছে এনে দেখা হয়। সেই ঠাইখন এজন স্বেচ্ছাচাৰী, নিষ্ঠুৰ ৰাজকুমাৰে শাসন কৰে। তেওঁৰ নাম ৰজা মহন। তেওঁ বাস্তৱতে পূৰ্ব্বদেশৰ সাহসী, কোমলমনা আৰু বৰ্ব্বৰ যুৱৰাজ।"

'নগৰখন উপত্যকাৰ মাজত। নগৰখন এটি সৰোবৰৰ পাৰত। আৰু নগৰখন বৌদ্ধ মন্দিৰ বিলাকে আগুৰি আছে। দূৰৰ পৰা নগৰখন বগা দেখা হয় আৰু যিমানেই ওচৰ পোৱা হয় সিমানেই বগা ৰংটো বেচি দেখা হয়।"

"এঘণ্টা মানৰ বাট থাকোঁতেই মই এটা ধুনীয়া হাতী দেখা পাওঁ। সেইটো যেন মোক সন্মান দেখুৱাবৰ কাৰণেহে সম্ৰাটে পঠাই দিছে। আনন্দৰ মাজেদি মই ৰাজপ্ৰাসাদ পাওগৈ।"

'মই সেই সময়ত আড়ম্বৰপূৰ্ণ পোষাকটো পিন্ধিবলৈ মন কৰো, কিন্তু ৰজাৰ অধীৰতাৰ কাৰণেহে তাক পিন্ধিবলৈ নহল। মোৰ পৰা তেওঁ কি আশা কৰিব পাৰে, তাক জানিবলৈ ৰজা উদ্বিগ্ন হৈ পৰে।

"ধুনীয়া পোষাক পিন্ধি থকা পিতল বৰণীয়া সেনাবিলাকৰ মাজেদি মই আগবাঢ়ো। মই গেলেৰীবিলাকে বেঢ়ি থকা এটা ডাঙৰ ঘৰৰ ভিতৰত সোমাই পৰো।"

"ৰজা নিৰবে মোলৈ বৈ আছিল।"

"তেওঁৰ প্ৰায় পঁচিশ বছৰমান হৈছে। যদিও তেওঁ হিন্দু, তথাপিও তেওঁৰ শৰীৰত নিগ্ৰোজাতীয় তেজ থকা যেন উমান হয়। তেওঁৰ চকু দুটা ডাঙৰ, ওঁঠ দুটা বহল, কপালখন সৰু। তেওঁৰ

দাঁতবিলাক উজ্জ্বল বগা, সেই কাৰণেই তেওঁ কৃত্ৰিম হাঁহি মাৰিব পাৰে। তেওঁ উঠি আহি মোক ইংৰাজী ধৰণেই হাতত ধৰিলে আৰু তেওঁৰ কাষতে থকা ওখ বেঞ্চখনত বহিবলৈ কলে। বেঞ্চখন বৰ ওখ। মোৰ ভৰি কেইটাই কথমপিহে মাটি চুইছে। বেঞ্চখনত বহি মই বৰ অস্বস্তি বোধ কৰিছিলোঁ।"

তেওঁ পিচদিনাখন মোক বাঘ-চিকাৰ কৰিবলৈ লগ ললে। যুঁজ আৰু চিকাৰ কৰাই তেওঁৰ প্ৰধান কাম। তেওঁ ভাবিছে মই যেন ইমান দূৰৰ পৰা তেওঁক আমোদ দিবলৈকেহে আহিছোঁ।"

"মই তেওঁক তোষামোদ কৰিবলৈ ধৰিলোঁ। তেওঁ মোৰ প্ৰতি সন্তোষ হৈ মোক 'হস্তাচৰৰ' যুঁজ দেখুৱাবলৈ ইচ্ছা কৰিলে।"

"তেওঁৰ আদেশ মতে দুজন নাঙঠা মানুহ প্ৰাসাদলৈ সোমাই আহে। তাহাঁতৰ হাতবোৰ লোহাৰে মেৰোৱা। সিহঁতে হঁটোৱে সিটোক আক্ৰমণ কৰিবলৈ ধৰে। লোহাৰ আঘাতত সিহঁতৰ কলা চালৰ পৰা তেজ বলৈ ধৰিলে।"

"এই যুদ্ধখন বহু পৰলৈকে হয়। প্ৰতিযোগী দুজনে চোকা অস্ত্ৰৰে পৰস্পৰক কোবাবলৈ ধৰে। সিহঁতৰ এটাৰ দাঁত ভাগে, আৰু আনটোৰ এখন কাণ ছিনি টুকুৰা হয়।"

"দুৰ্বাজে ইয়াক চাই বৰ্ব্বৰতাৰ অনন্দ চৰিতাৰ্থ কৰিছিল। সিহঁতৰ অঙ্গী-ভঙ্গী অনুকৰণ কৰি তেওঁ চিঞৰি দিয়ে—

"কোবোৱা, জোৰেৰে কোবোৱা।"

"এটা অজ্ঞান হৈ পৰাত প্ৰসাদৰ বাহিৰলৈ নিয়া হয়। বজা বৰ দুখীত হয়, কাৰণ যুদ্ধ খন অতি সোনকালেই শেষ হৈ যায়।"

"তেওঁ মোৰ মত লবলৈ মোৰ ফালে ঘূৰে। মই বৰ দুখীত হৈ পৰিছিলো; তথাপি মই বজাক ডাঙৰকৈয়ে প্ৰশংসা কৰো। তেওঁ মোক আনন্দৰ প্ৰাসাদলৈ (Kuch Mahal) যাবলৈ অনুমতি দিয়ে।"

"এই প্ৰাসাদটি ৰাজপ্ৰসাদৰ আগত। প্ৰাসাদটি চাৰিচুকীয়া আৰু তাত তিনিশাৰী শেলেৰী আছে। ইয়াতো অনেক ধুনীয়া কাৰু-কাৰ্য্য থটোৱা আছে। প্ৰত্যেক কোণতেই পাতল খুটা আছে। খুটাবোৰ একে নহয়।"

"তাতৰ ঘৰটোৰ মাজত মাইকী মানুহৰ বুকুৰ দৰে এটি গম্বুজ আছিল। গোটেই ঘৰটো নানান কাৰু-কাৰ্য্যৰে খুদিত। এই কাৰু-কাৰ্য্যবিলাকে যথেষ্ট আমোদ দিয়ে আৰু এইবিলাকে ভাৰতবাসীৰ আচৰণ আচাৰ-নীতিৰ কথা কৈ থাকিব। কোঠাবিলাক খিড়িকিবিলাকে পোহৰাই ৰাখে।"

"ৰজাই আগৰনবেই মোৰ হাত জোকাৰিলে। তেওঁ মোক বহুতো বেলেগ বেলেগ বস্তুৰ কথা কৈ মোৰ মত লব খোজে, কিন্তু মই উত্তৰ দিবলৈ টান পাইছিলো। তাৰ পিচত তেওঁ মোক আগৰ প্ৰসাদৰ ধ্বংসাৱশেষ দেখুৱাবলৈ ইচ্ছা কৰে।"

"আগতে সেই ঠাইখন হাবি, আৰু তাত এজাতি বান্দৰ বাস কৰিছিল। আমি তাৰ চপাৰ লগে লগেই মতাবিলাকে ভয়েৰে আমালৈ চাই দেৰবিলাকেদি লৰিবলৈ ধৰে। মাইকীবিলাকে কেচুৱাবোৰ লৈ লৰ দিয়ে। ৰজাই হাঁহিবলৈ ধৰে আৰু মোৰ দৃষ্টি আকৰ্ষণ কৰিবৰ কাৰণে তেওঁ মোৰ বাহুত ধৰে। ৰজা তাতেই বহি দিয়ে। এদল অস্ত্ৰৰে মুঠি মাৰি ওলাই আহে।"

"তাৰ পিচত হালধীয়া বৰণৰ ৰজাই খোজ কাঢ়িবলৈ আৰম্ভ কৰে। খোজ কাঢ়োঁতে তেওঁ মোৰ কাষে কাষে ফুৰিবলৈ ধৰিলে। তেওঁ কলে যে বাঘ-চিকাৰ পিচদিনাখন হ'ব।"

"আমি সকলোবিলাক জন্তুকেই চিকাৰ কৰিলোঁ,—সেইবিলাক হৈছে নাহৰফুটুকী বাঘ, ভালুক, হাতী। ইমানবোৰ তেজ হৈ যোৱা দেখি

মই বৰ দুঃখীত হৈ পৰো, যেন সেইবিলাকে মোক একো আনন্দ দিব নোৱাৰে।"

"মোৰ অনুৰোধ ক্ৰমে, তেওঁ মোক কিছু সময়ৰ কাৰণে লগ এৰে। তেওঁ মোলৈ নানান ধুনীয়া বস্তু হৰিণৰ হাতত পঠাই দিয়ে।"

"প্ৰত্যেক দিনেই নতুন নতুন বিষয়েৰে মোক সন্তোষ কৰাত তেওঁ বৰ ব্যস্ত হৈ পৰে। মই সেইবিলাকত খুব সন্তোষ পোৱা যেন দেখুৱাই-ছিলোঁ। আচৰিত দেশখন সম্বন্ধে জানিবলৈ মই এই সুবিধা লৈছিলোঁ।"

"কেই মুহূৰ্তমানৰ কাৰণে মই অকলে থাকো; আৰু ৰাজপ্ৰাসাদৰ বাহিৰবোৰ চাবলৈ যাওঁ। সেইবোৰে মোক গৰাকীসকলতকৈ বেছি আনন্দ দিয়ে।"

"আবেলি সময়ত ফুৰি আহোঁতে মই মোৰ প্ৰাসাদৰ বাহিৰত হৰিণক পাওঁ। তেওঁ অতি ৰহস্যপূৰ্ণ ভাৱেৰে কলে যে ৰজাই তেওঁলৈ এটি উপহাৰ পঠাই দিছে।"

"এই কথাষাৰ কৈয়েই ৰাজদূতজনে মুখ ঘোৰালে।"

"যেতিয়া মই ভিতৰলৈ যাওঁ, তেতিয়া মই বেৰখনৰ বিপৰীতফালে সৰু দুজনী ছোৱালী দেখিবলৈ পাওঁ। সিহঁতৰ ডাঙৰজনীৰ বয়স দহ আৰু সৰুজনীৰ বয়স আঠ। ছোৱালী কেইজনী কিয় মোৰ কোঠাত আছেহি মই তাক ভাবিবই পৰা নাছিলো।"

"কিছু সময়ৰ কাৰণে মই বিবুধি হৈ পৰো আৰু এই ছোৱালী কেইজনীৰ আগমনৰ কাৰণ চিন্তা কৰো। সিহঁতে মোলৈ সৰলভাৱে চাই আছে,—যেন সিহঁতে মোৰ কাৰণেহে ৰৈ আছে।

"সিহঁতক কি কম মই একো ভাবি নেপালো। মই সিহঁতক ঘূৰাই পঠাবলৈ ইচ্ছা কৰিছিলো, কিন্তু সিহঁতক ঘূৰাই পঠাই দুয়োজনক অপমান দিবলৈ ভাল নেপালো।

"সিহঁত নিৰৱে ৰৈ আছে। সিহঁতে যেন মোৰ অনুমতিৰ কাৰণেহে ৰৈ আছে এনে ভাব তাহাঁতৰ চকুৱে-মুখে ফুটি উঠে। মই ডাঙৰজনীৰ নামটো সোধো।—"

"চলি"— তাই কলে।

"তাই কি উত্তৰ দিয়ে তাক জানিবলৈ মই আকৌ সোধো—

"তুমি ইয়ালৈ কিয় আহিলা?"

"তাই অতি মধুৰ ভাৱেৰে কলে—"মই প্ৰভুৰ আজ্ঞামতে ইয়ালৈ আহিছো।"

'মই সৰুজনীকো একে প্ৰশ্নকেই কৰো। তায়ো সৰল সহজভাৱেই কলে—'মই ইয়ালৈ আহিছো আপুনি যিহকেই কয় কৰিবলৈ।'

'মই তাইক মোৰ বাহুৰ মাজলৈ আনো। মই তাইকেই বাছি লৈছো বুলি ভাবি বাকী কেইজনী যাব খুজিছিল। কিন্তু মই তাহাঁতক যাবলৈ মানা কৰিলো। সিহঁতক মোৰ ওচৰতেই ৰহিবলৈ দি সিহঁতক মই ধুনীয়া ধুনীয়া সাধু কবলৈ ধৰিলো। তাহাঁতৰ ভাবটো মই ভালকৈয়ে জানি-ছিলো।'

'সিহঁতে মনযোগেৰে শুনিবলৈ ধৰে। বেচাৰী ছোৱালী কেইজনী কিয় মোৰ ওচৰলৈ আহিছিল তাক সিহঁতে নেজানে।'

'মই যেতিয়া সাধু কৈ অন্ত কৰো, তেতিয়া মই লাচট্‌যেন অৰ্থাৎ বিশ্বাসী চাকৰটোক মাতো।' 'সিচত মই দুই থকা উপপত্নীৰ তত্বাৱধান কৰো'।

'জীয়া পুতলা কেইটাৰ পৰা মই বৰ আমোদ পাইছিলো। দিনে দিনে সিহঁতক মই নতুন খেলা দেখুৱাইছিলো।'

'মোৰ ঘৰটো পৰিচৰ্য্যা-গৃহ হৈ পৰে। ছোৱালী কেইজনীয়ে এতিয়া ধুনীয়া ধুনীয়া ৰেচমৰ কাপোৰ পিন্ধি গেলেৰীবিলাকেদি অহা-যোৱা কৰে।'

'সৰু চলিজনী ভয়াতুৰ আৰু ভদ্ৰ! তাই মোক ভাল পাইছিল, কিন্তু ইউকলীৰ ধৰণৰ কাৰণে তাই মোলৈ ভয়েৰে চাইছিল, মই তাইক বাপেকৰ দৰেই যত্ন কৰো।"

"আন বিলাকেও প্ৰসঙ্গত মিলিছিল, কিন্তু চলিয়ে বাজ প্ৰসাদলৈ যোৱাৰ বাহিৰে আন সময়ত মোৰ লগ নেৰিছিল।"

"আমি সময়বোৰ পুৰণি দুৰ্গটো চায়েই কটাও,—সেইবিলাক আমাৰ বন্ধু হৈ পৰে।"

"এদিনাখন মই এখন পিতলৰ পাত্ৰত কিছুমান পিঠা আৰু ফল লৈ আহো। বান্দৰবোৰ মোৰ ওচৰলৈ চাপি আহে। সিহঁত দুৰন্তীয়াকৈ খলে। আকটোৰ পৰা এটা মস্তা বান্দৰ আগ বাঢ়ি আহে আৰু বাকী বান্দৰবোৰে চিঞৰি দিয়ে।"

"মই সেই ঠাইলৈ বাওতে ৩টা বস্ত্ৰ লৈ বাও—যাতে মই কাম কৰিব পাৰো। মোৰ হাতত বস্ত্ৰটো দেখি সিহঁতে যেনিয়ে তেনিয়ে লৰ দিয়ে।"

"মই আবেলি সময় কন চলিৰ লগত গেলেৰিত্তে কটাও। এদিনাখন আমি উজ্জ্বল সোনালী আকাশ খনলৈ চাই আছিলোঁ। সৰু ছোৱালী জনীৰ মূৰটো মোৰ বাহু দুটাৰে ধৰি মই তাইৰ কপালত আৰু চকু কেইটাত চুমা খাই দিও।"

'যুৱৰাজে মোক উপহাৰ দিবলৈ নেৰিলে। এদিনাখন তেওঁ মোলৈ এটা উপহাৰ পঠালে,—সেই উপহাৰ টোৱে চলিৰো মন আকৰ্ষণ কৰে। সেইটো আছিল এটি সাধাৰণ বাকচ,—ইউক্ৰণৰ সাগৰৰ পাৰৰ পৰা তাক এক পেনী বা দুই পেনী দি কিনি আনিব পাৰি। মই সেইটো টেবুলতে থৈ দিও।"

"কিন্তু চলিয়ে তাক চাই চাই আমনি নেপালে। মাজে সময়ে সেইটো চুব পাৰোনে বুলি তাই মোক সোধে। যেতিয়া মই সেইটো চুবলৈ কও তেতিয়া তাই সেইটো অতি সাৱধানেৰে চোৱে আৰু খোলে, যেন তাতেই যেন তাই আমোদ পাইছে।

মই মোৰ কাম খিনি শেষ কৰি ঘুৰি আহিবলৈ থিৰ কৰো। ঘুৰাৰ কথাটো মই বহু দিনৰ পৰাই ভাবো,—কিন্তু অৱশেষত মই যোৱাৰ তাৰিখ থিৰ কৰি পেলাও।"

"মই যুৱৰাজক যোৱাৰ কথা কলো,—যুৱৰাজেও মোক অনুমতি দিলে।"

"চলিৰ ওচৰৰ পৰা বিদায় লোৱা সচাঁকৈয়ে বৰ দুখৰ হৈ পৰিল। মূৰটো মোৰ বুকুত থৈ তাই উচুপি উচুপি কান্দিবলৈ ধৰে। মই তাইক কেনেকৈ শান্তনা দিম ভাবি নেপালো।.........মোৰ চুমা বোৰ বোধকৰো ভাল নাছিল।।

"হঠাতে মোৰ মনত এটা কথা খেলায়। মই উঠি গৈ বাকচটো আনো আৰু তাইৰ হাতত দি কও—এইটো তোমাৰ।"

"তেতিয়া মই তাইৰ মুখত প্ৰথম হাঁহি দেখো। তাইৰ গোটেই মুখখন আনন্দত পোহৰ হৈ পৰে। তাই মোক আকোৱালি ধৰে।

"তাই বৰ বেচিকৈ কান্দিছিল,—যেতিয়া মই তাইৰ পৰা একেবাৰে বিদায় লও।"

"মই সকলোকে চুমা আৰু পিঠা দি ঘৰলৈ আহো।"

× × × ×

"দুবছৰ পাৰ হৈ যোৱাৰ পিচত মই আকৌ বম্বেলৈ আহো; আন এটা কাৰ্য্যৰ কাৰণে মই তাতেই বও।"

কৰিব লগীয়া কাম খিনি যিমান পাৰো সিমান সোনকালে শেষ কৰি পেলাও। মোৰ হাতত যথেষ্ট সময় থকাৰ কাৰণে মই বন্ধু বৰ্গা মদন আৰু সৰমৰ চলিক চাবলৈ স্থিৰ কৰো।"

বজাই মোক যথেষ্ট আমোদ দিলে। প্ৰথম দিনাখন তেওঁ মোক অলপ সময়ৰ কাৰণেও নেৰিলে।

ৰাতি মই হৰিবদৰ ওচৰলৈ গৈ কিছুমান অলাগতিয়াল প্ৰশ্ন কৰি শেহত সোধো।"

"ৰজাই মোক দিয়া চলিৰ বিষয়ে তুমি জানানে? স্তেও অলপ দুঃখীত হৈ কয়—

"আমি তাইৰ বিষয়ে বিশেষ একো কব নোৱাৰো।"

"কিয় তাই এজনী অতি ধৰমৰ ছোৱালী।"

'তাইক উলিয়াই দিয়া হৈছে।'

'কি? চলিক! তাইৰ কি হৈছিল। তাই কত আছে।'

'তাই বৰ বেয়া অৱস্থাতৈ আছে।'

'বেয়া অৱস্থা, তাই মৰিল নে কি?'

'হয়! তাই বৰ বেয়া কাম এটা কৰিলে।'

'মই বৰ দুঃখীত হৈ পৰো। বেজাৰত মোৰ বুকু খন কপি উঠে। চলিয়ে কি কৰিলে, আৰু চলি কি হল তাক জানিবলৈ মই উদ্বিগ্ন হৈ পৰো।'

মানুহজনে কলে—"আপুনি এই বিষয়ে নোসোধাই ভাল।"

'কিন্তু মই জানিবলৈ ইচ্ছা কৰো।'

"তাই চুৰ কৰিছিল।"

"কোনে? চলিয়ে! তাই কি চুৰ কৰিছিল?"

"আপোনাৰ কিবা বস্তু।........."

"মোক তুমি কি কব খুজিছা?"

"যুবৰাজে আপোনাক দিয়া বাকচটো তাই চুৰ কৰিছিল আৰু তাক তাইৰ হাতত পোৱা হৈছে।"

"কিন্তু সেইটো মই তাইক দিছিলো।"

হিন্দুজনে মোলৈ সন্দেহেৰে চাই কলে—'তাই বাকচটো আপুনি দিছিল বুলি শপত খাই কৈছিল। কিন্তু এগৰাকী দাসীক ৰজাই আপোনাক দিয়া উপহাৰটো দি দিছো বুলি বিশ্বাস কৰিব নোৱাৰিলে। সেই কাৰণেই ৰজাই তাইক শাস্তি দিলে।"

"তাইক কেনেকৈ শাস্তি দিয়া হল? তাইক কি কৰা হল?'

"তাইক বস্তাত ৰাখি ঘৰটোৰ পৰা সৰোবৰলৈ দলিয়াই দিয়া হল।"

মই বৰ দুখ পালো হৰিবদক মই যাবলৈ নিৰ্দ্দেশ দিলো—যাতে মোৰ বৈ অহা চকু-পানীবোৰ দেখিব নোৱাৰে। মই গোটেই নিশাটো গেলেৰীতেই কটাও।"

পিচদিনা ৰজাৰ অনুৰোধ ৰক্ষা নকৰি মই ৰাজপ্ৰাসাদ এৰিলোঁ। এতিয়াও মই ভাবো চলিৰ বাদে মই অন্য ছোৱালীক ভাল নেপাইছিলোঁ।......

# টকা-অনা-পাই

খাজা আহমদ আব্বাচ
অনুবাদক—যোগেন লেঙপ

বোম্বাই চহৰৰ পেটেল ৰোডৰ ওপৰত ফটা-ছিটা মলিয়ন কাগজ বেচা দোকানৰ কাষেদি আগবাঢ়ি গৈছো। হঠাৎ ফুলস্কেপ কাগজৰ অৰ্দ্ধাংশ টুকুৰা এটিয়ে দৃষ্টি আকৰ্ষণ কৰিলে; তাৰ ওপৰত ডাঙৰ ডাঙৰ আখৰেৰে লিখা আছিল:—"টকা-অনা-পাই"। কৌতূহলবশতঃ কাগজডোখৰ তুলি আনি চকু ফুৰাবলৈ ধৰিলো। লক্ষ্ণৌবাসী এজন বি-এ পাছ ডেকাই বোম্বাই চহৰত চাকৰী কৰে; তেওঁৰেই বছেৰেকৰ জমা-খৰচৰ হিচাব। জমা-খৰচৰ বিৱৰণ তলত দিয়া হ'ল:—

১ জানুৱাৰী ১৯৫৩

জমা:—

মাখনলাল ছাহুকাৰক ঘৰ-বাৰী বন্ধক দি অনা ৫০০৲

খৰচ:—

ঘৰৰ খৰচৰ কাৰণে আইলৈ দিয়া ২০০৲
হিচাবৰ 'খাতা' ।৶০
বি-এ চাৰ্টিফিকেটখন চিচাৰ ফ্ৰেমৰে বন্ধাওঁতে ১।০
কাপোৰ-কানিৰ চিলাই কৰা দৰ্জ্জীক ৪৫৲
ৰেল-ষ্টেচনলৈ ঘোৰা গাড়ীৰ ভাড়া ১॥০
ইণ্টাৰ ক্লাচৰ টিকেট্ (লক্ষ্ণৌৰ পৰা বোম্বাইলৈ) ৫৫৲
মুটীয়া ভাৰা ॥০
ৰেলওৱে বুক-ষ্টলত কিতাপ কিনা ১০॥৶০
(কিতাপৰ নাম:— 'চলচ্চিত্ৰৰ পৰীৰ কথা', 'প্ৰেমৰ কথা' 'বাখাৰবা প্ৰাণ, আৰু প্ৰেম পাগল')
বাটত পঢ়িবলৈ সাপ্তাহিক আৰু মাহেকীয়া পত্ৰিকা কিনোতে ২৲
(স্ক্ৰিন, ফিল্ম ফেয়াৰ, মায়া, মস্তানা যোগী, মনোহৰ কাহানীয়া আৰু অৰুণ।)
চাহ, কেক্ ইত্যাদি ॥৶০
এক টিন গ'ল্ড ফ্লেক চিগাৰেট ৩৶০
গাড়ীত ৰাতি খাওঁতে (নিজৰ আৰু সহযাত্ৰী এগৰাকী যুৱতীৰ) ৩৵০
বাকী— ১৭৬।০

মোট— ৫০০৲

৪ ফেব্ৰুৱাৰী ১৯৫৩

জমা:—

বাৰী বন্ধক দিয়া টকাৰ অৱশিষ্ট … ৯।০
শেৰ খাঁ পাঠানৰ পৰা ধাৰ কৰা … ২০০৲

মোট জমা— ২০৯।০

খৰচ:—

শেৰ খাঁ পাঠানৰ মাহিলি সুত … ২০৲
হোটেলৰ ঘৰ ভাড়া … ২৫৲
ঘৰলৈ পঠিওৱা … ১০০৲
আহিলা-পাতি কিনা (এখন পালেং এখন চকি, এখন টেবুল) … ৪০৲
এমপ্লয়মেণ্ট এক্সচেঞ্জলৈ বাচ ভাড়া … ।০
এমপ্লয়মেণ্ট এক্সচেঞ্জৰ পৰা আমেৰিকান তেল কোম্পানীৰ অফিচলৈ টেক্সী ভাড়া ১।০
অফিচৰ চাপ্ৰাচীক বক্চিচ্ … ১৲
অফিচৰ 'বৰবাবুক' ঘোচ … ১০৲
কেপষ্টান চিগাৰেট, এক পেকেট … ॥৶০
'নভেলেটী চিনেমা' পৰ্য্যন্ত বাচ ভাড়া … ৵০
চিনেমাৰ টিকেট্ (আনাৰ কলি) … ১৵০
ইণ্টাৰভেলত ২টা আইচক্ৰীম … ১॥০
পোৱেলটেলকে ২টা বাচ-টিকেট … ॥০
ফুলৰ মালা … ॥০
ৰাতি খাওঁতে … ১।০
বাকী … ৬৲

মোট— ২০৯।০

১ মাৰ্চ্চ ১৯৫৩

জমা :—

অফিচৰ পৰা কুৰি দিনৰ দৰমহা ৮৫৲

খৰচ :—

ঘৰভাড়া ... ২৫৲
ইলেকট্ৰিক লাইট আৰু পানী ... ৩৷০
ৰেলওৱে মাহেকীয়া টিকেট ... ৫৷০
ধোবা (২৪ টা কাপোৰ-কানি ধোৱাৰ বাবদ) ... ৬৶০
খবৰ কাগজ বালাক (স্ক্ৰীন আৰু টাইমস্) ... ৭৶০
চুলি কটা, দাড়ী খুৰোৱা, আৰু মালিচ ... ১৸০
নাপিতক বকচিচ ... ৷০
পুৰি খোৱা ... ॥০
কিতাপ কিনা (অজ্ঞপ্ৰেম, ৰাত্তিৰ-কাহিনী আৰু সপোন কুঁৱৰী) ... ৪॥০
টেলিফোন (আপাটৈল) ... ৶০
দুটা চিনেমাৰ টিকেট (আনাৰ কলি) ... ২॥৶
আইসক্ৰীম দুটা ... ১॥০
'বয়'ৰ বকচিচ ... ৷০
ৱেষ্ট বোডৰ পৰা মালাবাৰ হিল পৰ্য্যন্ত টেক্সী ভাড়া ... ১৸০
'ডিনাৰ' দুজনৰ ... ৪॥০
আশাৰ নিমিত্তে ফুল থুপি আৰু আশাৰ খোপাৰ কাৰণে ফুলৰ মালা ... ॥০
মালাবাৰ হিলৰ পৰা আশাৰ ঘৰলৈকে টেক্সী ভাড়া ... ৩॥০
বাছ ভাড়া ... ৷০
গোন্ধ-তেল এবটল ... ৸০
কেলেণ্ডাৰ এখন ... ৷৶০
বাকী ... ১৭৷০

মোট— ৮৫৲

৩ জুন—১৯৫৩

জমা :—

অফিচৰ পৰা বৰ্ষান্তৰ নটিচৰ লগত মহিনা ... ১০৫৲

খৰচ :—

ঘৰ ভাড়া ... ২৫৲
ইলেকট্ৰিক আৰু পানী ... ৩৷৶০
ধোবা (১৪ টা কাপোৰ-কানি ধোৱাৰ বাবে ১৸০
পাঠানৰ ধাৰৰ সুত ... ২০৲
খবৰ কাগজ বালাক ... ১৸০
ট্ৰাম ভাড়া ... ৶০
ৰেলওৱেৰ মাহেকীয়া টিকেট ... ৫৷০
দুপৰৰ আহাৰ ... ॥৶০
চাহ ... ৷৶০
পুৰণি কিতাপ কিনা (ৰাতিৰ বাণী আৰু ন-জোন) ... ১৷০
দুটা চিনেমাৰ টিকেট (আনাৰ কলি নিজৰ আৰু আশাৰ) ... ২॥৶
দুটা কোকো-কোলা ... ॥০
বাচ ভাড়া ... ৶০
৪ টা মিনাৰ চিগাৰেট ... ৶০
বিবিধ ... ৪১৷৶০

মোট— ১০৫৲

১৫ অক্টোবৰ ১৯৫৩

জমা :—

শেৰ খাঁ পাঠানৰ পৰা নতুনকৈ ধাৰ ১০০৲

খৰচ :—

পাঠানৰ সম্পূৰ্ণ ধাৰৰ সুত বাবদ ... ৪০৲
আইৰ নামে 'মনি-অৰ্ডাৰ' ... ২৫৲
মনি-অৰ্ডাৰ ফি ... ৷৶০
সংবাদ পত্ৰ (টাইমচ্ অৱ ইণ্ডিয়া) ... ৶১০
ৰাইটিং পেড্ আৰু খাম্ ... ৸০
ডাক টিকেট (চুৰিটা, চাকৰীৰ নিমিত্তে দৰ্খাস্ত পঠিওৱা) ... ২॥০

| | |
|---|---|
| দুপৰৰ আহাৰ আৰু 'টিফিন' … | ।০ |
| বাচ ভাড়া (এম্প্লয়মেণ্ট একচেঞ্জলৈ) | ।০ |
| ট্ৰাম ভাড়া (একচেঞ্জৰ পৰা ঘৰলৈ) | ৵০ |
| ৰিডিং লাইব্ৰেৰীত বহি কিতাপ পঢ়া চান্দা (পঢ়া কিতাপ—'আমাক কিনি নিয়া') … | ৶০ |
| চাহ এক কাপ … | ৴০ |
| বিড়ি এমুঠি … | ৵০ |
| টেলিফোন ( আশালৈ ) … | ৵০ |
| দুটা চিনেমাৰ টিকেট নিজৰ আৰু আশাৰ (আনাৰ কলি) … | ২।৶০ |
| জালমুড়ি … | ।০ |
| দুকাপ 'স্পেছেল' চাহ … | ॥০ |
| ট্ৰাম ভাড়া … | ।০ |
| চুলিৰ ফিটা … | ।০ |
| ৰাতিৰ আহাৰ … | ।৶০ |
| বিবিধ | ২৫॥৵১০ |
| মোট— | ১০০৲ |

১৩ ডিচেম্বৰ ১৯৫৩

জমা :—

| | |
|---|---|
| পুৰণি সংবাদপত্ৰ, মাহেকীয়া কাগজ আৰু আগেয়ে কিনা কিতাপ সেৰ দুখি বেচা … | ৩।৶০ |
| আগৰ পালেং, চকি আৰু টেবুল আধা-মূলিকৈ "চোৰা বজাৰ" বেচা … | ১০॥০ |
| পুৰণি কাপোৰ-কানি বেচি … | ১৪৲ |
| মোট জমা— | ২৭৸৶০ |

খৰচ :—

| | |
|---|---|
| টেলিফোন ( আশালৈ ) … | ৵০ |
| দুটা চিনেমাৰ টিকেট নিজৰ আৰু আশাৰ (আনাৰ-কলি) … | ৪॥০ |
| আপেলো বন্দৰলৈকে টেক্সী ভাড়া | ২।০ |
| ডিনাৰ ( ডিনাৰ ভৱন নিজৰ আৰু আশাৰ) … | ১০॥০ |
| 'বয়'ৰ বকচিচ … | ২॥০ |
| ফুলৰ খুপি আৰু আশাৰ খোপালৈ ফুলৰ মালা … | ॥০ |
| ফুল বেপাৰীক বকচিচ … | ॥০ |
| মিঠা পাণ … | ॥০ |
| পাণ দোকানীক বকচিচ … | ॥০ |
| আশাহঁতৰ ঘৰলৈ টেক্সী ভাড়া … | ২।০ |
| টেক্সীৱালাক বকচিচ … | ৸০ |
| ডাকযোগে আশাৰ নামত চিঠি | ৶০ |
| ঔষধ পুৰা এবটল … | ২৸০ |
| মগনীয়াক | ৴০ |
| বাকী | ।।। |

মোট সাতাইশ টকা পোন্ধৰ অনা খৰচ।

প্ৰবন্ধ—

# অসমীয়া সংস্কৃতিৰ বেদী

শ্ৰীযুত যতিনাৰায়ণ শৰ্ম্মা এম্-এ।

অসমীয়াৰ সংস্কৃতি বোলা এটা বস্তু আছে। প্ৰত্যেক স্বদেশানুৰাগী অসমীয়াই নিজস্ব সংস্কৃতিৰ কথা কৈ গৌৰব কৰে। কিন্তু, অসমীয়াৰ এই সংস্কৃতিনো কি বস্তু? অসমীয়া সংস্কৃতিৰ বেদী কি? আধুনিক অসমীয়া সংস্কৃতি কিহৰ ওপৰত প্ৰতিষ্ঠিত? অসমীয়াৰ সংস্কৃতি আছে বুলি জানিও সহজতে এনেবিলাক প্ৰশ্ন আমাৰ মনত উদয় হয়।

বহুতেই অসমীয়াৰ সংস্কৃতি বুলিলে অসমৰ বিভিন্ন ধৰ্ম্মৰ কথা কয়; বহুতে সাহিত্যাই অসমীয়াৰ সংস্কৃতি বুলি দেখুৱায়; বহুতে আকৌ অসমীয়াৰ শিল্প-কলাকে অসমীয়াৰ সংস্কৃতি বুলি ধাৰণা কৰে। তেওঁবিলাকৰ এইবিলাক ধাৰণা অৱশ্যে আংশিক ভাবে সত্য; কিন্তু আমি জনা উচিত যে ধৰ্ম্ম, সাহিত্য বা শিল্প-কলা সংস্কৃতিৰ একোটা অংশহে। সংস্কৃতিৰ পৰিধি ইয়াতকৈ বহুত বহল। তেন্তে অসমীয়াৰ সংস্কৃতিনো কি?

অতি চমু কথাত অসমীয়া সংস্কৃতি হৈছে অসমীয়া জাতিৰ অতীত আৰু বৰ্ত্তমান জীৱনটোৱেই। প্ৰাক-ঐতিহাসিক যুগৰে পৰা বৰ্ত্তমানলৈকে অসমীয়া জাতিয়ে শাৰীৰিক আৰু মানসিক যিমানবিলাক কৰ্ম্ম কৰিলে—সেই সকলোবিলাক গোটেখাই অসমীয়া সংস্কৃতিৰ সৃষ্টি হৈছে। অসমীয়াৰ শিল্প-কলা, ধ্যান-ধাৰণা ৰীতি-নীতি, শিক্ষা-সাহিত্য, ধৰ্ম্ম-সভ্যতা আদিয়েই অসমীয়াৰ সংস্কৃতি। সাংস্কৃতিৰ বিষয়ে আমি পাছত বহলাই আলোচনা কৰিছো।

ইয়াতে আমি এটা কথা মনত ৰাখিব লাগিব যে ভাৰতৰ দৰেই অসমতো বহুত বেলেগ বেলেগ জাতিৰ সমাবেশ আৰু বুৰঞ্জীৰ অতীত যুগৰে পৰা বৰ্ত্তমানলৈকে এই বিভিন্ন জাতিবিলাকে নিজৰ নিজৰ সভ্যতা অসমত দান কৰি এক সম্মিলীত অসমীয়া জাতি আৰু সংস্কৃতিৰ সৃষ্টি কৰিছে। তাৰ উপৰিও যুগে যুগে অসমীয়া সংস্কৃতিয়ে অৱয়ব বৃদ্ধি কৰি ৰূপান্তৰিত হৈ আহিছে। বিশেষতঃ অসমীয়া জাতি বহুত বেলেগ বেলেগ জাতিৰ দ্বাৰা সংগঠিত আৰু অসমীয়া সংস্কৃতিতো বহুত জাতিৰ দান আছে; তথাপি অসমীয়া সংস্কৃতিৰ এটা সামগ্ৰস্য আৰু বৈশিষ্ট্য আছে।

যুগে যুগে অসমীয়া সংস্কৃতি পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত হৈ আহি কুৰি শতিকাত এক নতুন আৰু জটিল ৰূপ ধাৰণ কৰিছে। সেই গতিকে অসমীয়া সংস্কৃতিৰ বিভিন্ন ধাৰা বিলাক নিৰ্ণয় কৰা অতি সহজ নহয়। তথাপিও আমি অসমীয়া সংস্কৃতিৰ আলোচনা কৰিবলৈ বাধ্য; কিয়নো অসমীয়া জাতিৰ সংস্কৃতি নাজানিলে বৰ্ত্তমান অসমীয়াৰ সমস্যা বিলাক সমাধান কৰা কঠিন হৈ পৰে। বহুতে হয়তো কব বৰ্ত্তমান অসমীয়াৰ সমস্যাৰ লগত অসমীয়া সংস্কৃতিৰ সম্বন্ধ কি? খুব ভালকৈ লক্ষ্য কৰিলে দেখা যায় বৰ্ত্তমান অসমীয়া জাতিৰ সামাজিক সমস্যাবিলাকৰ মূল অসমীয়া জাতিৰ অতীত জীৱনত অৰ্থাৎ সংস্কৃতিত লুকাই আছে।

অসমীয়া সংস্কৃতি আলোচনা কৰিবলৈ হলে আমি আগতে অসমীয়া সমাজখনলৈ চকু দিব লাগিব। কিয়নো অসমীয়া সমাজেই অসমীয়া সংস্কৃতি জন্মদাতা। কিন্তু এই সমাজ যে যুগে যুগে পৰিবৰ্ত্তন হৈ আহিছে, প্ৰাক্-ঐতিহাসিক যুগৰ অসমীয়া সমাজৰ লগত আজিৰ অসমীয়া

সমাজৰ বিশেষ মিল নাই; কিন্তু এটা যোগসূত্ৰ আছে। সেই গতিকে আধুনিক অসমীয়া সমাজ তথা জাতিৰ এটা ৰীতি বা প্ৰথা আলোচনা কৰিবলৈ হলে তাৰ মূল বিচাৰি হয়তো আমি প্ৰাক্-ঐতিহাসিক যুগলৈকো যাব লাগিব। সেই গতিকে আমি অসমীয়া সমাজৰ গঠনৰ বিষয়ে প্ৰগতিমূলক দৃষ্টি-ভঙ্গীৰে আলোচনা কৰিব লাগিব।

অসমীয়া সমাজ একেদিনাই বা একে সময়তে সৃষ্টি হোৱা নাই। অসমলৈ ভিন্ ভিন্ সময়ত ভিন্ ভিন্ জাতি আহি নিজ নিজ সমাজ স্থাপন কৰিছে আৰু এটাৰ লগত আনটো জাতিৰ আদান-প্ৰদানৰ ফলত বহুতো সামাজিক পৰিবৰ্ত্তন ঘটিছে। এই আদান-প্ৰদান আৰু সামাজিক পৰিবৰ্ত্তন অৱশ্যে স্বাভাৱিক।

আমি জানো সমাজৰ কথা আমাক বুৰঞ্জীয়ে নকয়। বুৰঞ্জীয়ে বা ইতিহাসে সদায় সমাজ বাদ দি আহিছে। বুৰঞ্জীত মাত্ৰ পোৱা যায় ৰজাৰ কথা, ৰাজনৈতিক পৰিস্থিতিৰ কথা বা যুদ্ধ-বিগ্ৰহৰ কথা। সমাজৰ কোনো কথাই আগতে বুৰঞ্জীত প্ৰকাশ নাপাইছিল; সেই গতিকে আমাৰ অতীত সমাজৰ বিষয়ে জানিবলৈ হলে আমি সহজতে নৃতত্ত্ববিদ্, ভাষাতত্ত্ববিদ্, সমাজতত্ত্ববিদ বা জাতি-তত্ত্বদিসকলৰ মতৰ ওপৰত ভৰ দি প্ৰাচীন সমাজৰ বিষয়ে জানিবলৈ চেষ্টা কৰিব লাগিব।

অসমীয়া সমাজ আৰু সংস্কৃতিৰ ওপৰত অসমৰ ভৌগোলিক পৰিবেষ্টনে অশেষ প্ৰভাৱ বিস্তাৰ কৰিছে। অসম দেশৰ উত্তৰে হিমালয় পৰ্ব্বত, পূবেও পৰ্ব্বত-পাহাৰে ভৰপূৰ, পশ্চিম আৰু দক্ষিণ-ফালেও খৃঃ পূঃ তৃতীয় শতিকালৈকে এভাগ ঠেক পানীয়ে ভাৰতৰ বাকী ভাগৰ লগত পৃথক কৰি ৰাখিছিল। ভাৰতৰ বাকী ভাগ আৰু অসমৰ মাজত থকা পানীভাগক বেদ মনুসংহিতা আদিত পূৰ্ব্ব-সমুদ্ৰ বোলা হৈছিল; তাৰ পাচত মহাভাৰতৰ যুগত ইয়াক লৌহিত্য সাগৰ বুলিছিল। ইয়াৰ বাহিৰেও গ্ৰীক আৰু বৌদ্ধ গ্ৰন্থৰ পৰা জানিব পাৰি যে খৃষ্টীয় তৃতীয় শতিকালৈকে বঙ্গদেশৰ দক্ষিণ আৰু পশ্চিম ভাগ সাগৰৰ তলত আছিল আৰু বৰ্ত্তমান ছিলেট জিলাখনো জলাশয় আছিল। প্ৰকৃতিয়েই অসমক ভাৰতৰ পৰা সদায় পৃথক কৰি ৰাখি আহিছে। সেই গতিকে অসমত এটি স্বকীয়া সংস্কৃতিৰ আভাস পোৱা যায়। অসমৰ এই স্বকীয়া আৰু অভিনৱ সংস্কৃতিৰ কাৰণে অসমৰ জল-বায়ুও বহু পৰিমাণে দায়ী বুলি কব লাগিব। অসম গ্ৰীষ্ম-প্ৰধান অঞ্চলত অৱস্থিত আৰু বাৰ মাহৰ ভিতৰত প্ৰায় ন মাহেই বৰষুণ হয়। মৌচুমী বতাহ আৰু বৰ্ষাৰ অসমক খেতিৰ উপযোগী ঠাই কৰি গঢ়ি তুলিছে যদিও অসমৰ সেয়েকা জল-বায়ুৱে ইয়াৰ অধিবাসীবিলাকৰ মন আৰু শৰীৰৰ বাৰ্দ্ধক্যত যথেষ্ট ব্যাঘাত জন্মাই আহিছে। তিনি ফালে ওখ ওখ পাহাৰৰ মাজৰ ত্ৰিভুজাকাৰ এই অসম দেশত মৌচুমী বতাহে যেনেকৈ ধুমুহা-বৰষুণ আনি ঢৌৱাই ঠাই সেকা কৰি পেলাইছে, তেনেকৈ এই বতাহ-বৰষুণে মানুহৰ মনৰ ওপৰতো ক্ৰিয়া কৰি ইয়াৰ মানুহকো নিৰ্জ্জু, সহনশীল, ভয়াতুৰ আৰু অতি সহজেই আত্ম-সমৰ্পণকাৰী কৰি গঢ়ি তুলিছে। 'অসমলৈ মানুহ গলেই ভেড়া হয়' বুলি দি এটা প্ৰবাদ আছে তাৰ অৰ্থ এয়ে যে পৰাক্ৰমী যুজাৰু জাতিও অসমত বস-বাস কৰিবলৈ ললে, তেওঁলোকৰ বল-বীৰ্য্য হেৰাই যায় আৰু প্ৰকৃতিও নিৰ্জ্জু হৈ পৰে।

অসমৰ পশ্চিম সীমাত থকা পানী ভাগ পাৰ হৈ যিমানবিলাক জাতি সোমাইছিল সেই জাতিবিলাক অসমৰ পূবৰ পৰ্ব্বতৰ বাধাৰ কাৰণে আগলৈ নগৈ অসমতে থাকি গ'ল; পূবফালৰ সীমাৰ পৰ্ব্বত পাৰ হৈ যি জাতি আহিছিল সেই জাতিও পশ্চিম সীমাৰ পানী ভাগ অতিক্ৰম নকৰি অসমতে ৰৈ গ'ল।

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাই সাৰুৱা ঠাই কাৰণে অসমলৈ পশ্চিম আৰু পূবৰ পৰা অহা জাতিবিলাক এই উপত্যকা ভূমিতে আদিতে যুদ্ধ-বিগ্ৰহত আৰু পাচলৈ শান্তিৰে থাকিবলৈ ল'লে। অধিক শক্তিশালী আৰু উন্নত জাতিবিলাকে অসমৰ উপত্যকাভূমিত নিজ আধিপত্য বিস্তাৰ কৰি দুৰ্ব্বলীক পৰ্ব্বত-পাহাৰলৈ খেদি দিছিল। উপত্যকা-ভূমিত একেলগে কেবাটাও জাতি বাস কৰিলে তেওঁলোকৰ ইটোৰ লগত সিটোৰ আদান-প্ৰদানত অহাটো স্বাভাৱিক। অসমতো (অসম উপত্যকাতো) বেলেগ বেলেগ জাতিবিলাকে নিজ নিজ সভ্যতা বিস্তাৰ কৰিছিল যদিও অসমত জল-বায়ু আৰু প্ৰাকৃতিক পৰিস্থিতিৰ বাবে কালক্ৰমত সেই জাতি বিলাকৰ মানসিক আৰু সামাজিক অৱস্থাই এক নতুন আৰু একে ৰূপ ধাৰণ কৰিছিল। সেই গতিকে নানা জাতিৰ দেশ অসমত এক অসমীয়া জাতিৰ এটা স্বকীয়া সভ্যতা আৰু সংস্কৃতিৰ আভাস পোৱা যায়। অসমলৈ যিমানবিলাক জাতি বাহিৰৰ পৰা আহিছিল সেই সকলোবিলাকেই অসমত বৈ গ'ল আৰু সকলো জাতি গোটখাই এক অসমীয়া জাতিৰ সৃষ্টি হৈছে আৰু এই সম্মিলীত অসমীয়া জাতিয়ে এক জটিল সংস্কৃতিৰ সৃষ্টি কৰিছে। তাৰ উপৰিও অসমে সকলো জাতিৰ স্বকীয়া সভ্যতাবিলাক বুকুত সামৰি এতিয়া এক অসমীয়া সভ্যতা ভাঙি ধৰি অসমীয়া জাতিৰ সংস্কৃতিৰ সামগ্ৰস্যতা, দীৰ্ঘতা আৰু গভীৰতা প্ৰকাশ কৰিছে।

অসমলৈ অহা আদিম জাতিবিলাকৰ ভিতৰত নিগ্ৰো জাতি, অষ্ট্ৰিক জাতি, মঙ্গোলীয়ান জাতি, আলপাইন জাতি, আৰ্য্য জাতিয়েই প্ৰধান। এই জাতিবিলাক প্ৰাক্-ঐতিহাসিক যুগতে দলে দলে অসম সোমায়। এই কেউটা জাতিয়ে অসমত সাৰুৱা উপত্যকা ভূমিত হেজাৰ বছৰ ধৰি বাস কৰি আহিছে। সেই গতিকে আজিও অসমীয়া সমাজত এই কেইটা জাতিৰে প্ৰভাৱ আছে। আমি চোৱা উচিত ওপৰোক্ত জাতি কেইটা কেতিয়া, কোন সময়ত, কোন পথেদি আহি অসম সোমায় আৰু কোন জাতিয়ে কি কি সভ্যতা অসমত দান কৰে। এনেবিলাক কথা জানিবলৈ হলে আমি অসমৰ তথা ভাৰতৰ বাহিৰৰ অধিবাসী বিলাকৰ কথা জানিব লাগিব। কিয়নো সমগ্ৰ মানৱ জাতিয়ে এঠাইৰ পৰা পৰিভ্ৰমণ আৰম্ভ কৰিছে আৰু সেই গতিকেই অসমৰ জাতিবিলাকৰ কিছুমান ৰীতি-নীতি পৃথিৱীৰ আন ঠাইৰ জাতিৰ ৰীতি-নীতিৰ লগত মিল আছে। অসমীয়া সংস্কৃতি আৰু সমাজৰ মূল পৃথিৱীৰ চাৰিওফালে সিঁচৰতি হৈ আছে। বহল ভাবে চাবলৈ গলে আমি দেখা পাওঁ অসমীয়া সংস্কৃতিৰ বেদী প্ৰাচীন মানৱ-সমাজ। সেই গতিকে আমি অসমীয়া সংস্কৃতি বুজিবলৈ হলে প্ৰাচীন মানৱ সমাজৰ উৎপত্তি আৰু ক্ৰম-বিকাশ, আদিম মানৱৰ ধ্যান, ধাৰণা, বিশ্বাস, ৰীতি-নীতি, গীত-মাত ভাষা আদিৰ বিষয়ে আলোচনা কৰিব লাগিব।



# ভাৰতত নব্য বিজ্ঞানৰ ক্ৰম বিকাশ

শ্ৰীদুৰ্লভ মহন্ত

"বিজ্ঞান কেতিয়াও স্বাৰ্থান্ধ আমোদ হ'ব নেলাগিব। যিসকলৰ বিজ্ঞান সাধনা কৰাৰ সৌভাগ্য হৈছে সেই সকলেই প্ৰথমে তেওঁলোকৰ অভিজ্ঞতা মানৱতাৰ হকে প্ৰয়োগ কৰিব লাগিব। এক কথাত কবলৈ গ'লে মানৱতাৰ হকেই সকলো প্ৰচেষ্টা হ'ব লাগিব।" —কাৰ্ল মাৰ্ক্স

অতীত ভাৰতৰ বিজ্ঞানৰ গৱেষণা যথেষ্ট হৈছিল। ৰসায়ন, জ্যোতিৰ্বিদ্যা আৰু আয়ুৰ্বেদত ভাৰতীয়ই চৰম উৎকৰ্ষতাৰ পৰিচয় দিছিল। সেয়া হ'ল আজিৰ পৰা প্ৰায় ডেৰ হাজাৰ দুহাজাৰ বছৰৰ আগৰ কথা। ভাৰতীয় চিন্তাধাৰাই ক্ৰমাৎ গতি সলাই ভক্তিবাদৰ ফালে ব'বলৈ ধৰিলে আৰু ইমানতে বিজ্ঞানৰ সাধনাও লোপ পালে।

ভাৰত আধ্যাত্মবাদী দেশ। পাৰ্থিৱ সুখ সমৃদ্ধিক এই দেশত আজিও বহুতে নিন্দা কৰাৰ প্ৰথা প্ৰচলিত আছে। একালত দেশত প্ৰচুৰ খেতি হৈছিল, কম পৰিশ্ৰমতে মানুহে পেট ভৰাই খাবলৈ পাইছিল, প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ পৰিবেশৰ মাজত মানুহৰ জীৱন-যাত্ৰাও সহজ আছিল। সামাজিক ভাৱেও সমাজ আগবাঢ়িছিল— অন্য দেশতকৈ বহুত বেচি। কঠোৰ সামাজিক নিয়ম শৃঙ্খলা বজাই ৰখা হৈছিল। বিজ্ঞান চৰ্চ্চাৰ প্ৰয়োজন হয় ব্যৱহাৰিক প্ৰয়োগৰ কাৰণেহে। কিন্তু ব্যৱহাৰিক প্ৰয়োগেই যেতিয়া সংকুচিত হ'ল বিজ্ঞান সাধনা আপোনাআপুনি বন্ধ হৈ গ'ল আৰু বিজ্ঞানৰ সাধনাৰ ঠাই ললে জীৱন মুক্তিৰ সাধনাই। আধ্যাত্মবাদ বিজ্ঞানৰ পৰিপন্থী নাছিল— কিন্তু সেই আধ্যাত্মবাদে বিজ্ঞানৰ পৰিপন্থী নোহোৱা-হৈহে বিজ্ঞানক সংকুচিত কৰিলে "অসাৰ সংসাৰ ভাই, ইয়াত সকাম নাই, মোহময় মায়াজাল সকলো মাথোন" মন্ত্ৰৰ ধ্বনিৰে।

এদিন আৰবতো এনেদৰেই বিজ্ঞানৰ চৰ্চ্চা বন্ধ হৈ গৈছিল। ওমৰ খয়াম বিখ্যাত গণিতজ্ঞও আছিল।

সুদীৰ্ঘ মধ্যযুগৰ অৱসানৰ পিচত ভাৰতলৈ অহা বণিয়া বৃটিচে নব্য বিজ্ঞানৰ বতৰা লৈ আহিছিল— যি বিজ্ঞানৰ মূলতে আছিল নিউটন, গেলিলিউ, জেমচৱাট্, ষ্টিফেনচন, গুটেনবাৰ্গ আদি। ভাপ শক্তি আৰু ছাপাখানা আৱিষ্কাৰে প্ৰাচীন সমাজ ভাঙি চুৰমাৰ কৰি দিছিল— যাৰ ফলত ইউৰোপত নতুন ধনতান্ত্ৰিক সভ্যতাই জন্ম লৈছিল।

সি যি কি নহওক বণিয়া শাসনৰ তলত থাকোতেই ভাৰতীয় যুৱকে যি পশ্চিমীয়া চিন্তাধাৰাৰ লগত পৰিচিত হয় সেই পৰিচয়েই এদিন ভাৰতীয় যুৱকক নব্য বিজ্ঞানৰ পথলৈ টানি নিয়ে। এই নব্য শিক্ষিত ভাৰতীয় যুৱকে স্পষ্ট কৰি বুজিছিল যে দেশৰ উন্নতি সাধন কৰিবলৈ হ'লে দেশৰ স্বাৰ্থত বিজ্ঞানক প্ৰয়োগ কৰিবই লাগিব। বৃটিচে ভাৰতত ১৮৮০ চনত পোনপ্ৰথমে কলিকতা মেডিকেল কলেজ স্থাপন কৰে। সেই একে বছৰতে বে-চৰকাৰী প্ৰচেষ্টাত আৰ, জি, কৰ মেডিকেল কলেজ আৰম্ভ কৰা হয়। ১৮৭৬ চনত ডাঃ মহেন্দ্ৰলাল চৰকাৰে Indian Association for the cultivation of Science প্ৰতিষ্ঠা কৰে। কলিকতা বিজ্ঞান কলেজ প্ৰতিষ্ঠিত হয় ১৯১১ চনতহে। উল্লেখযোগ্য কথা ইমানেহে যে কলিকতা

বিশ্ব-বিদ্যালয়ে বিজ্ঞান বিষয়ৰ এম, এচ, চি, খোলে ১৯০৬ চনতহে—১৯০৫ চনৰ স্বদেশী আন্দোলনৰ পিচত।

১৯০৬ চনৰ পিচৰ পৰা দেশত এটা নৱ-জাগৰণে দেখা দিয়ে। বিলাতী চৰকাৰেও বিজ্ঞান শিক্ষাৰ কাৰণে পথ মোকলাবিবলৈ আৰম্ভ কৰে—নহলে বিজ্ঞান শিক্ষাৰ মাজেদি ভাৰতলৈ বিটো সাংঘাতিক বস্তু বিলাতৰ পৰা আমদানী হ'বলৈ ধৰিছিল সি বৃটিচ চৰকাৰৰ পক্ষে বৰ মাৰাত্মক বুলি বিবেচিত হৈছিল। ১৯০৫ চনত চৰকাৰে Indian Institute of Agricultural Research, ১৯১৪ চনত Forest Research Institute, ১৯০৬ চনত Mining, Geological and Metallurgical Institute of India প্ৰতিষ্ঠা কৰে।

ভাৰতত পোনপ্ৰথমে নব্য বিজ্ঞানৰ নৱ চেতনাৰে বৈজ্ঞানিক জীৱনৰ পাতনি মেলে দুজন কৃতী বৈজ্ঞানিক ৺আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায় আৰু ৺আচাৰ্য্য জগদীশচন্দ্ৰ বসুৱে ১৮৮৭ চনত। আচাৰ্য্য ৰয়ে বিলাতৰ এডিন বৰা বিশ্ববিদ্যালয়ৰ পৰা ডি এচ, চি উপাধি লৈ কলিকতাৰ প্ৰেচিডেন্সি কলেজত ৰসায়নৰ অধ্যাপকৰ কামত সোমায়। আৰু আচাৰ্য্য বসুৱে কেমব্ৰীজ বিশ্ববিদ্যালয়ৰ পৰা এম, এচ, চি পাচ কৰি প্ৰেচিডেন্সি কলেজত পদাৰ্থ বিজ্ঞানৰ অধ্যাপক পদত যোগদান কৰে। দুয়োজন বৈজ্ঞানিকেই সেইদিনা প্ৰথম যিটো অভাৱৰ সন্মুখীন হৈছিল—সেইটো হৈছে একোটা সুসজ্জিত লেবৰেটৰীৰ। তেওঁলোক দুয়োৰে আপ্ৰাণ চেষ্টাৰ ফলত প্ৰেচিডেন্সি কলেজত দুটা লেবৰেটৰী প্ৰতিষ্ঠা হয় আৰু তেওঁলোক দুয়ো বিজ্ঞানৰ মৌলিক গবেষণা আৰম্ভ কৰে। আচাৰ্য্য ৰায়ে যৌগিক পদাৰ্থৰ মিলন আৰু মিশ্ৰনৰ সম্পৰ্কে গবেষণা কৰিছিল আৰু তেখেতে Mercurous nitrite আবিষ্কাৰ কৰিছিল।

আচাৰ্য্য বসুৱে বিদ্যুৎ তৰঙ্গৰ সম্পৰ্কে গবেষণা চলাইছিল। ১৮৯৫ চনত এই গবেষণাৰ ফল স্বৰূপেই তেখেতে বিনা তাঁৰে বিদ্যুৎ প্ৰবাহ সঞ্চালন কৰিবলৈ সক্ষম হয়। তেখেতে বিদ্যুৎ প্ৰবাহ ধৰিবৰ কাৰণে এটা যন্ত্ৰও উদ্ভাৱন কৰিছিল। তেখেতৰ যন্ত্ৰটোৰ সম্পৰ্কে বিলাতৰ 'ইলেকট্ৰিচিয়ান' কাকতে এনেদৰে মন্তব্য কৰিছিল—"বৰ্ত্তমান সময়ত বিনা তাঁৰে বাৰ্ত্তা প্ৰেৰণ কৰিবলৈ যিমানবিলাক যন্ত্ৰ উদ্ভাৱন হৈছে তাৰ ভিতৰত আচাৰ্য্য বসুৰ উদ্ভাৱিত যন্ত্ৰই অইন সকলোবোৰকে চেৰ পেলাইছে।"

১৮৯৫ চনৰ নৱেম্বৰ মাহত কলিকতাৰ প্ৰেচিডেন্সি কলেজত আচাৰ্য্য বসুৱে এটা পৰীক্ষাৰ আয়োজন কৰিলে। সেই পৰীক্ষাস্থলীত তেতিয়াৰ বঙ্গৰ গৱৰ্ণৰ চাৰ উইলিয়ম মেকেঞ্জীও উপস্থিত আছিল। তেখেতৰ পৰীক্ষাত বিদ্যুৎ তৰঙ্গই দুটা বন্ধ কোঠা ভেদ কৰি তৃতীয় কোঠাত সজাই থোৱা এটা গুলি ভৰোৱা পিস্তলৰ গুলি এৰিলে আৰু এটা বাৰুদৰ গোলা বিস্ফোৰণ কৰিলে। ৭৫ ফুট দূৰলৈ এনেদৰে বিদ্যুৎ তৰঙ্গ পঠিয়াবলৈ তেখেতে যন্ত্ৰটোৰ লগত এটা উচ্চ দণ্ড সংযুক্ত কৰি দিলে আৰু সেই দণ্ডৰ ওপৰত এটা টিনৰ চাক্ আঁটি দিলে। আধুনিক যুগৰ উন্নত ধৰণৰ এৰিয়েলতো (Aerial) এই একে ব্যৱস্থাই কৰা হৈছে। তেখেতৰ এই পৰীক্ষাৰ ফল স্বৰূপেই বিলাতৰ ৰয়েল চচাইটীয়ে তেখেতক বক্তৃতা দিবলৈ আৰু পৰীক্ষা কৰি দেখুৱাবলৈ আমন্ত্ৰণ কৰে। তেখেতৰ বক্তৃতা আৰু পৰীক্ষাত মুগ্ধ হৈ ৰয়েল চচাইটীয়ে তেখেতক সভাপদ আগ বঢ়ায় আৰু লণ্ডন বিশ্ববিদ্যালয়েও তেখেতক 'ডক্তৰ অব চাইঞ্চ' উপাধি প্ৰদান কৰে।

তেখেতৰ এই যন্ত্ৰটোৰ সহায়ত বৃটিচ ৰণ-তৰীৰ অধ্যক্ষ চাৰ হেনৰী জেকচনে এখন জাহাজৰ পৰা অন্য এখন জাহাজলৈ খবৰ পঠাবলৈ সক্ষম হয়। তেখেতৰ যন্ত্ৰটোৰ সম্পৰ্কে বিলাতৰ "ইলেকট্ৰিক

ইঞ্জিনীয়েৰ' কাকতে এইদৰে মন্তব্য কৰিছিল—"......যিবিলাক যুক্তিৰ অৱলম্বনত অধ্যাপক বসুৱে বৈদ্যুতিক তৰঙ্গ ধৰা যন্ত্ৰটো আৱিষ্কাৰ কৰিছে সি সঁচাকৈয়ে চমকপ্ৰদ আৰু অন্য সকলোবোৰ যন্ত্ৰৰ ভিতৰতো এই যন্ত্ৰ শীৰ্ষস্থানীয়। অতি আচৰিত কথা ইমানেইহে যে তেওঁ কোনো দিন এই যন্ত্ৰৰ কৌশলৰ কথা লুক-ঢাক কৰা নাই। আৰু পৃথিৱীৰ যি কোনো লোকেই এই যন্ত্ৰ কামত খটুৱাবলৈ বা তাৰ দ্বাৰাই ধন উপাৰ্জ্জন কৰিবলৈ তেওঁ কোনো 'বাধা-নিষেধ' আৰোপ কৰা নাই।"

Electric Engineer, 5th Feb. 1897.

মাৰ্কনিৰ উদ্ভাৱিত যন্ত্ৰ ইয়াৰ পিচতহে দেখিবলৈ পোৱা যায়। ইয়াৰ পিচত জগদীশচন্দ্ৰৰ গৱেষণা উদ্ভিদ-জগতলৈ ঢাল লয়। উদ্ভিদ-বিজ্ঞানলৈকো তেখেতে মৌলিক অৱদান দি গৈছে। তেখেতৰ উদ্ভাৱিত যন্ত্ৰ Resonant recorderৰ দ্বাৰাই তেখেতে উদ্ভিদৰ নাৰ্ভ প্ৰবাহ আৰু চৈতন্য ( sensitiveness ) ধৰা পেলায়।

১৯১৩ চনত তেখেতে প্ৰেচিডেন্সি কলেজৰ পৰা ওলায়। ১৯১৭ চনত তেখেতে বিজ্ঞানৰ উচ্চ ধৰণৰ অধ্যয়ন আৰু গৱেষণাৰ কাৰণে 'বসু বিজ্ঞান মন্দিৰ' নিজৰ সঞ্চিত ধনেৰেই আৰম্ভ কৰে। মৃত্যুৰ আগলৈকে তেখেতে বিজ্ঞান মন্দিৰৰ সকলো গৱেষণাৰ গুৰি ধৰিছিল। দেশত বিজ্ঞানৰ ভেটি সুদৃঢ় কৰি থৈ গৈছিল। শই শই যুৱকক অনুপ্ৰাণিত কৰি তুলিছিল—বিজ্ঞান অন্বেষণৰ কাৰণে।

আচাৰ্য্য ৰায়ৰ জীৱন যাত্ৰাটো সচৰাচৰতে অন্য বৈজ্ঞানিকৰ জীৱনত দেখিবলৈ পোৱা যায়। প্ৰেচিডেন্সি কলেজত থাকোতেই মাত্ৰ ৮০০৲ টকা মূলধন হিচাবে লৈ তেখেতে বেঙ্গল কেমিকেল ৱৰ্কচ আৰম্ভ কৰে। আৰু তেখেতৰ সুদক্ষ পৰিচালনাৰ ফল স্বৰূপেই এই প্ৰতিষ্ঠানে বিৰাট কাৰখানাত পৰিণত হয় আৰু দেশৰ এটা মহৎ অভাৱ পূৰণ কৰে। আজীৱন ৰায়ে সন্ন্যাসীৰ দৰেই কটালে। বীৰ কুমাৰ প্ৰফুল্লচন্দ্ৰই জীৱনত খটা সকলো টকা দান দি গ'ল—দেশক। তেখেতৰ নিজৰ কৰ্ত্তব্য সম্পৰ্কে তেখেতে নিজেই কোৱা এই উক্তিটো আমাৰ বৰ ভাল লাগে। তেখেতে এবাৰ কৈছিল—'চল্লিশ বৎসৰ পূৰ্ব্বে এডিনবাৰ্গে যখন বি, এচ, চি. পড়ি তখন "India and the British Rule" নামে একখান পুস্তক লিখেছিলাম। ফলে লৰ্ড বাইৰণেৰ মত "awoke one fine morning and found myself famous" এইৰকম ভাবে ৰাজনীতি চৰ্চা কৰেছি, সমাজ সংস্কাৰ আন্দোলন কৰেছি, নানা প্ৰকাৰ কল কাৰখানা গড়বাৰ চেষ্টা কৰেছি, বই লিখেছি, আবাৰ সঙ্গে সঙ্গে ৰসায়ন শাস্ত্ৰ অধ্যয়ন ও মৌলিক গৱেষণা কৰেছি।"—'আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ' পৃষ্ঠা ১১

[ লেখক—শ্ৰীসুবোধ মজুমদাৰ ]

প্ৰেচিডেন্সি কলেজৰ পৰা ওলাই আহি তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰ বিজ্ঞান কলেজত ৰসায়নৰ পালিত অধ্যাপক হৈছিল। বিশ্ববিদ্যালয়ক দৰমহাৰ সমস্ত টকা ৰসায়ন বিভাগৰ উন্নতিৰ কাৰণে দান কৰিছিল। তদুপৰি বিখ্যাত হিন্দু ৰসায়নবিদ নাগাৰ্জ্জুনৰ নামে বছৰি এটা সোণৰ পদক আৰু নগদ ৫০০৲ পাচ শ টকা ৰসায়ন বিজ্ঞানৰ কৃতী ছাত্ৰজনক দিয়ৰ কাৰণেও তেখেতে কলিকতা বিশ্ববিদ্যালয়ক কেবা হাজাৰো টকা দিছিল। অন্য বিশ্ববিদ্যালয়কো তেখেতে বক্তৃতা দিবলৈ গৈ যি ধন পাইছিল সকলো ঘুৰাই দিছিল।

১৯৩৭ চনৰ ২৩ নৱেম্বৰৰ দিনা আচাৰ্য্য বসুৰ আৰু ১৯৪৪ চনৰ ৬ জুলাইৰ দিনা আচাৰ্য্য ৰায়ৰ মৃত্যু হয়।

আচাৰ্য্য ৰায় আৰু বসুৰ ঐতিহ্য লৈ ভাৰতৰ বিজ্ঞানৰ ক্ষেত্ৰত আৱিৰ্ভাৱ হয়হি চাৰ চন্দ্ৰ শেখৰ ভেঙ্কট ৰমন। তেখেতে ভাৰত চৰকাৰৰ ৰাজহ

বিভাগৰ উচ্চ পদত বিবয়া হৈযো সেই সম্মানৰ মৰ্য্যদাৰ বেজাৰ টকীয়া চাকৰি এৰি দিলে কলিকতা বিশ্ব-বিদ্যালয়ৰ অধ্যাপক হ'বৰ কাৰণে। কলিকতা বিশ্ব-বিদ্যালয়ত থাকোতেই তেখেতে Indian association for the cultivation of science ৰ লেবেৰেটৰীত গবেষণা চলাই গৈছিল শব্দ আৰু পোহৰ শক্তিৰ সম্বন্ধে—১৯২১ চনৰ পৰাই। ১৯২৮ চনৰ ১৬ মাৰ্চ্চ তাৰিখে বাঙ্গালোৰত বহা দক্ষিণ ভাৰত বিজ্ঞান সম্মিলনীৰ উদ্বোধনী বক্তৃতাত ৰমনে প্ৰথমে তেখেতৰ আৱিষ্কাৰৰ কথা ঘোষণা কৰে। আৰু তাৰ কেইদিন মানৰ পিচতে তেখেতে পঠোৱা সংবাদ, পত্ৰ আকাৰে বিলাতৰ Nature পত্ৰিকাত প্ৰকাশ হয়। সেই উদ্বোধনী বক্তৃতাৰ শেষত তেখেতে কৈছিল—"আজি আমি বিস্ময় ৰাজ্যৰ দুৱাৰ মুখত উপস্থিত হৈছোহি বুলি মই নিঃসন্দেহে ক'ব পৰা হৈছো। ইয়াৰ সন্ধানী আলোকৰ সহায়ত তৰঙ্গ তত্ব, অণু-পৰমাণু ৰাজ্য, বিকীৰণ ধৰ্ম্ম, ৰসায়ন আৰু তাপ গতি বিদ্যাৰ অসংখ্য প্ৰশ্নৰ উত্তৰ দিব পৰা হ'ব। বিপুল কাম আজি মাত্ৰ অকল কৰ্মীৰ কাৰণেই অপেক্ষা কৰি আছে।"

ৰমণ এফেক্ট বা ৰমণ প্ৰদৰ্শন সহজে বুজাব পৰা বিষয় নহয়। ইয়াক বুজিবৰ কাৰণে পদাৰ্থ, গণিত আৰু ৰসায়ণৰ পৰিষ্কাৰ জ্ঞান থাকিব লাগে।

আকাশৰ ৰং নীলা কিয়? এই প্ৰশ্নটোৱেই বহুত বৈজ্ঞানিকৰ মনত খেলাইছিল। বহুতো বৈজ্ঞানিকেই এই সম্পৰ্কে গবেষণা চলাইছিল। এই নীলা ৰহস্যৰ অন্তৰালত সৃষ্টি তত্বৰ যি গূঢ়াৰ্থ সোমাই আছে তাৰ গবেষণাত প্ৰবৃত্ত হৈছিল লৰ্ড ৰালে। তেখেতৰ মৃত্যুৰ পিচত ৰমনেই এই সম্পৰ্কে গবেষণাত আগ বাঢ়ে। ১৯২৮ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে তেখেতে এবিধ নতুন আলোক ৰশ্মিৰ সন্ধান পায় আৰু অবিলম্বেই এই পৰীক্ষা ফলৰ অভিনবত্ব আৰু গুৰুত্ব বিশ্বৰ বৈজ্ঞানিকসকলৰ আগত ডাঙি ধৰে। তেখেতৰ এই আৱিষ্কাৰকে ৰমণ প্ৰদৰ্শন বা Roman effect বুলি জনাজাত। ৰমণ এই আৱিষ্কাৰৰ ফলতেই পৃথিৱী বিখ্যাত হৈছিল। তেখেতে ৰয়েল চচাইটীৰ সভ্য পদ পাইছিল। কলিকতা বিশ্ব-বিদ্যালয়ৰ পৰা Doctor of science উপাধি পাইছিল। ১৯৩০ চনত পদাৰ্থ বিজ্ঞানৰ নোবেল প্ৰাইজো পাইছিল। ষ্টক হোমৰ সভাত নোবেল প্ৰাইজ গ্ৰহণ কৰিবলৈ গৈ সেই দিনা ইউনিয়ন জেকৰ তলত বহি ৰমণে উচুপি উচুপি কান্দিছিল—জাতিৰ ভাগ্যত যি সম্মান সেই বাবেই প্ৰথমে ঘটিছিল তাকো তেখেতে জাতিৰ হৈ গ্ৰহণ কৰিবলৈ নোপোৱাৰ বাবে।

অধ্যাপনা আৰু গবেষণাৰ বাহিৰেতো ৰমণ আছে। ভাৰতীয় বিজ্ঞান কংগ্ৰেচৰ তেখেত অন্যতম জন্মদাতা। Indian Association for the cultivation of science আৰু ভাৰতীয় বিজ্ঞান কংগ্ৰেচৰ তেখেত অবৈতনিক সাধাৰণ সম্পাদক আছিল। ১৯২৯ চনৰ ভাৰতীয় বিজ্ঞান কংগ্ৰেচৰ মাদ্ৰাজ অধিবেশনত তেখেতে সভাপতিত্ব কৰিছিল। এতিয়া তেখেতে ভাৰতীয় বিজ্ঞান পৰিষদ (Indian Academy of science) ৰ শুৰি ধৰিছে।

বসু, ৰায় আৰু ৰমনে লৈ আহিছিল জাতীয় ঐতিহ্য। তেখেতসকলৰ গবেষণাই পৃথিৱী জুৰি সুখ্যাতি আৰ্জিছে। তেখেতসকলৰ পিচতো ডাঃ মেঘনাদ সাহা, ডাঃ বীৰবল সাহনী, ডাঃ ভাবা, ডাঃ ভাট নগৰ, ডাঃ কৃষ্ণন, সত্যেন্দ্ৰনাথ বসু আৰু অধ্যাপক মহলানবীছে পৃথিৱী জুৰি সুখ্যাতি আৰু সাফল্য লাভ কৰিছে। জাতীয় আন্দোলনৰ মাজেদিয়েই ভাৰতত বিজ্ঞানৰ অগ্ৰগতি সম্ভৱ হৈছে আজি ভাৰতীয় বিজ্ঞানে সেই পথতেই আগবাঢ়িছে। অকল সুখ্যাতি অৰ্জ্জাতেই দেশৰ সমৃদ্ধি নেবাঢ়ে, জনসাধাৰণৰ জীৱন ধাৰণৰ মান উন্নয়ন নহয়।

বিজ্ঞানৰ সাধনা উদ্দেশ্য ধৰ্মী আৰু সক্ৰিয়। গৱেষণা বোলা কথাটো আজিকালি ব্যক্তিগত নহৈ হৈছে সামুহিক ( Team work ) আৰু দেশৰ বৃহত্তৰ স্বাৰ্থৰ ফালে চাবলৈ গ'লে এনে হোৱাটোহে বাঞ্চনীয়। দেশৰ সুখ সমৃদ্ধি বঢ়াবৰ কাৰণে দেশে দেশে আজি বিজ্ঞানৰ প্ৰয়োগ কৰা হৈছে। অৱশ্যে তাৰতম্য থাকিব পাৰে—আৰু সেই তাৰতম্যৰ কাৰণে বৈজ্ঞানিক নিশ্চয় দায়ী নহয়।

বিজ্ঞান দুৰ্ব্বাৰ গতিৰে আগবাঢ়িছে। আনবিক শক্তিৰ প্ৰয়োগৰ সম্ভাৱনাই যেতিয়া বাস্তৱ ৰূপ লৈছে তেতিয়া আমি বিজ্ঞানেই সামাবাদৰ বাহক বুলি ক'বলৈ সমুলি সংকোচ নকৰা হৈছো।

ভাৰতত বিজ্ঞানক জন-কল্যাণত প্ৰয়োগ কৰাৰ বেছি দিন নৌ হয়। এই কেই বছৰৰ ভিতৰতে দেশলৈ নতুন ৰূপ আহিছে। কু-সংস্কাৰ ক্ৰমে নাইকিয়া হৈছে। শিক্ষাই নতুন পথ লৈছে। নদী নিয়ন্ত্ৰণ, জলবিদ্যুৎ উৎপাদন, আৰু নানান শিল্পত বিজ্ঞানৰ প্ৰয়োগে দেশৰ বিপুল উন্নতিৰ সম্ভাৱনা দেখুৱাব পাৰিছে। দেশৰ জন-সাধাৰণৰ বিজ্ঞানৰ ওপৰত আস্থা বাঢ়িছে—লাখ লাখ যুৱকে বিজ্ঞান শিক্ষাৰ কাৰণে আগবাঢ়ি আহিছে। ই সচাকৈয়ে শুভ লক্ষণ।

যি দিনা আমাৰ বিজ্ঞান সক্ষম হ'ব দেশক নতুনকৈ সজাবলৈ—দেশক সমৃদ্ধিশালী কৰিবলৈ, যিদিনা বিজ্ঞান সক্ষম হ'ব জন-সাধাৰণক হাড়ভঙা পৰিশ্ৰমৰ পৰা মুক্ত কৰিবলৈ, যিদিনা বিজ্ঞানে মানৱতাক সকলো ধৰণৰ শোষণৰ পৰা মুক্ত কৰিব—সেই অনাগত দিনলৈকে আমি অতি আগ্ৰহেৰে অপেক্ষা কৰিছো।

## ভাৰতৰ প্ৰধান বিজ্ঞান অনুষ্ঠান সমূহৰ চমু পৰিচয়

(১) ইণ্ডিয়ান এচোচিয়েচন ফৰ দি কাল্টিভেচন অৱ চায়েন্স ( কলিকতা ) ১৮৭৬ চনত প্ৰতিষ্ঠিত। ডাঃ মহেন্দ্ৰলাল চৰকাৰে বিজ্ঞানৰ মৌলিক গৱেষণা চলাবৰ কাৰণে প্ৰতিষ্ঠা কৰে। এইটোৱেই আটাইতকৈ পুৰণি বিজ্ঞানৰ অনুষ্ঠান।

(২) ভাৰতীয় বিজ্ঞান কংগ্ৰেছ ( কলিকতা )—১৯১৪ চনত প্ৰতিষ্ঠা কৰা হয়। ভাৰতত বিজ্ঞানৰ গৱেষণা আৰু বিজ্ঞানৰ প্ৰচাৰ কৰাটোৱেই এই কংগ্ৰেছৰ উদ্দেশ্য। বছৰি জানুৱাৰী মাহত বাৰ্ষিক সন্মিলন বহে। এই সন্মিলনত বিজ্ঞানৰ গৱেষণাৰ সামুহিক প্ৰতিবেদন দাখিল কৰা হয়। মূল অধিবেশনৰ লগতে গণিত, সাংখ্যবিজ্ঞান, পদাৰ্থ, ৰসায়ন-বিদ্যা, ভূগোল-বিদ্যা, নৃতত্ব, জীৱ-বিদ্যা, পুৰাতত্ব, উদ্ভিদ-বিদ্যা, মেডিকেল আৰু ভেটেৰিনেৰী কৃষি-বিদ্যা, শাৰীৰ-বিদ্যা, শিক্ষা আৰু মনোবিজ্ঞান, ইঞ্জিনীয়েৰিং আৰু ধাতু-বিদ্যা এই সৰ্ব্বমুঠ ১৩ টা শাখাৰ অধিবেশন বহে। এই সন্মিলনবোৰত বিশিষ্ট বৈজ্ঞানিকসকলৰ বক্তৃতাৰ আয়োজন কৰা হয় আৰু বৈজ্ঞানিক প্ৰবন্ধ আদিও পাঠ কৰা আৰু আলোচনা কৰা হয়।

(৩) বাঙ্গালোৰৰ ভাৰতীয় বিজ্ঞান পৰিষদ ( Indian Academy of Science )—১৯৩৪ চনত এই প্ৰতিষ্ঠানটি স্থাপন কৰা হয়। পৃথিৱীৰ সকলো দেশৰ বৈজ্ঞানিকৰ লগতে এই অনুষ্ঠানৰ যোগাযোগ আছে।

(৪) ভাৰতীয় বিজ্ঞান মন্দিৰ ( Indian Institute of Science )—১৯১১ চনত চাৰ জোৱাৰজী টাটাই প্ৰতিষ্ঠা কৰে। ভাৰতৰ সৰ্ব্ববৃহৎ বিজ্ঞানৰ অনুষ্ঠান। সকলো ধৰণৰ গৱেষণা এই অনুষ্ঠানৰ তত্বাৱধানত চলোৱা হয়। গৱেষণাৰ কাৰণে fellow ship দিয়া হয়।

(৫) বসু বিজ্ঞান মন্দিৰ, কলিকতা ( Bose Research Institute )—১৯১৭ চনত আচাৰ্য্য বসুৱে প্ৰতিষ্ঠা কৰে।

(৬) ভাৰতীয় সাংখ্যবিজ্ঞান মন্দিৰ, কলিকতা ( Indian Statitical Institute )—১৯৩২ চনত প্ৰতিষ্ঠা কৰা হয়। গৱেষণাৰ কাৰণে fellow ship দিয়ে। 'সাংখ্য' নামৰ এখন মাহেকীয়া মুখ-পত্ৰ প্ৰকাশ কৰে। এই অনুষ্ঠান পৰিচালনা কৰিছে বিশ্ববিখ্যাত বৈজ্ঞানিক অধ্যাপক পি চি মহ্‌লা নবীচে।

(৭) ভাৰতীয় ৰসায়নিক পৰিষদ ( Indian Chemical Society, Calcutta )—১৯২৪ চনত প্ৰতিষ্ঠা কৰা হয়। fellow ship দিয়ে।

(৮) কাশী গণিত পৰিষদ ( Benares Mathematical Society )—১৯১৮ চনত প্ৰতিষ্ঠিত।

(৯) বোম্বাই নৃতত্ব পৰিষদ ( Anthropological Society of Bombay )—১৮৮৬ চনত প্ৰতিষ্ঠিত।

(১০) জাতীয় বিজ্ঞান পৰিষদ, কলিকতা (National Institute of Science of India) ১৯৩৫ চনত প্ৰতিষ্ঠিত।

(১১) ইঞ্জিনীয়েৰিং ইনষ্টিটিউট, কলিকতা (Indian Institute of Engineers)—১৯২০ চনত প্ৰতিষ্ঠিত। ইঞ্জিনীয়েৰিং বিষয়ৰ উচ্চ ধৰণৰ পৰীক্ষা পৰিচালনা কৰে। এখন তিনিমহীয়া মুখ-পত্ৰও প্ৰকাশ কৰে।

(১২) খনি, ভূ-বিজ্ঞান আৰু ধাতু-বিদ্যাৰ ইনষ্টিটিউট, ধানবাদ ( Mining, beological and Metallurgical Institute) ১৯০৬ চনত প্ৰতিষ্ঠিত।

(১৩) কৃষি গৱেষণা মন্দিৰ, দিল্লী (Indian Institute of Agricultural Research)—১৯০৫ চনত প্ৰতিষ্ঠিত।

(১৪) ফৰেষ্ট ইনষ্টিটিউট, ডেৰাডুন (Forest Research Institute )—১৯১৪ চনত প্ৰতিষ্ঠিত।

(১৫) দিল্লী পলিটেক্‌নিক ( Delhi Polytechnic )—১৯৪০ চনত প্ৰতিষ্ঠিত।

১৯৪৯ চনৰ পৰা ভাৰত চৰকাৰে তলৰ অনুষ্ঠান কেইটি প্ৰতিষ্ঠা কৰিছে।

(1) National Physical Research Laboratory—New Delhi. (2) National Chemical Research Laboratory—Poona (3) National Drug Research Institute—Lucknow (4) National Metellurgical Laboratory—Jamshedpur (5) National Leather Research Institute—Madras. (6) National Food Research Institute Mysore. (7) National Electro Chemical Research Institute—Madras. (8) National Dairy Research Institute—Bangalore (9) National Building Research Institute—Rurhki. (10) National Glass Research Institute—Calcutta. (11) Netional Fuel Research Institute—New Delhi.

—×—

# অসমৰ নৃত্য কলা

শ্ৰীযতীন গোস্বামী

ভাৰতীয় নৃত্য-কলাক সাধাৰণতে চাৰিটা পদ্ধতিত (School of dancing) ভগোৱা হয়—ভাৰত নাট্যম, কথাকলি, কথক আৰু মণিপুৰী। ইয়াৰ বাহিৰেও অসমত নানা ধৰণৰ যি শাস্ত্ৰীয় নৃত্যৰ প্ৰচলন আছে তাক এটা বেলেগ কামৰূপী নৃত্য-পদ্ধতি বুলি ধৰিব পাৰি। অসমত প্ৰচলিত এই শাস্ত্ৰীয় নৃত্য সমূহৰ বিশেষত্ব—বিভিন্ন মুদ্ৰাৰ ব্যৱহাৰ, নিজস্ব প্ৰকাশ ভঙ্গি আৰু পাদ বিক্ষেপৰ বৈচিত্ৰতা। বিশেষকৈ এই নৃত্য ভাৰতৰ অন্যান্য নৃত্যৰ পৰা পৃথক হৈছে বাদ্য-যন্ত্ৰৰ বিভিন্ন তালবিলাকত।

নৃত্য সাধাৰণতে দুবিধ—শাস্ত্ৰীয় নৃত্য (classical dance) আৰু দেশীনৃত্য বা লোকনৃত্য (Folk dance)। অসম লোকনৃত্যৰে ভৰপূৰ। দেওধনি নাচ, বিহুনাচ আৰু পৰ্ব্বত-ভৈয়ামৰ জন-জাতিসকলৰ আজিও প্ৰচলিত—নংক্ৰেম নাচ, লাহো নাচ, চেৰা নগা নাচ, খাম্বিয়া লিম, ইবেহৈমা, খেৰাইনৃত্য হাবাজানি, বাকুচ নাচ, জউৰা উৎসৱৰ নৃত্য আদি নানা ধৰণৰ নৃত্যই লোকনৃত্যৰ ভিতৰত পৰে।

অসমৰ নৃত্যকলাত শ্ৰীশঙ্কৰদেৱৰ দান অতুলনীয়। নটুৱা নাচ, চালি নাচ, সূত্ৰধাৰী নাচ, ঝুমুৰা নাচ আদি নৃত্যবিলাক শ্ৰীশঙ্কৰদেৱে দেৱদাসী ওজাপালি আৰু অসমৰ জন-জাতীয় নৃত্যৰ সংমিশ্ৰনত গঢ়ি তুলিলে। লাস্য-তাণ্ডৱ ভঙ্গিৰ নটুৱা নাচ গন্ধৰ্ব্ব নৃত্যৰ শ্ৰেণীৰ নাচ। চালি নাচৰ ওপৰত দেৱদাসী নৃত্যৰ যথেষ্ট প্ৰভাব দেখা যায়। এই নৃত্যৰ সাজ-পাৰতো দেৱদাসী নৃত্যৰ সাজ-পাৰৰ প্ৰভাৱ পৰিছে। সেই কাৰণেই বোধহয় এই নৃত্যৰ আন এটা নাম "নটী প্ৰবেশ ভঙ্গি বা বৰভঙ্গি"। শাস্ত্ৰীয় নৃত্য-ভঙ্গিমাৰে বিভিন্ন তাল-মানৰ ঝুমুৰা নাচ আৰু বিভিন্ন কৃষ্ণ-নৃত্যও সত্ৰীয়া নৃত্যৰ অপৰিহাৰ্য্য অঙ্গ। ৰাসলীলা, কালীয় দমন, গোপাল-নৃত্য আদি কৃষ্ণ নৃত্যত বিভিন্ন তাল, পাদ চালনা আৰু প্ৰকাশ ভঙ্গিৰে কৃষ্ণ চৰিত্ৰৰ বিশেষ একোটা অংশক ৰূপ দিয়ে। দশাৱতাৰ নৃত্যও অসমৰ প্ৰায়বিলাক সত্ৰতে প্ৰচলিত আছিল। দুষ্কৃতিৰ বিনাশ আৰু সংস্কৃতি ৰক্ষাৰ কাৰণে ভগবানে প্ৰলয়-পয়োধি-জলত বেদ উদ্ধাৰ কৰা মৎস্যৰূপ ধৰাৰ পৰা কলিৰ শেষত হৰলগা কল্কি অৱতাৰলৈকে বিচিত্ৰ নৃত্য-ভঙ্গিমাৰে প্ৰকাশ কৰে। এই নৃত্যবিলাকত শ্ৰীহস্ত-মুক্তাৱলীৰ বাহিৰেও কিছুমান বেলেগ প্ৰকাশ-ভঙ্গি ব্যৱহাৰ কৰা হয়। এই মুদ্ৰা আৰু প্ৰকাশ-ভঙ্গিবোৰৰ পৰা অসমত এখন বেলেগ নৃত্য-হস্ত-শাস্ত্ৰ থকাৰ কথা অনুমান হয়। মোগল সাজ-পাৰেৰে প্ৰভাৱান্বিত সূত্ৰধাৰী নৃত্য অসমৰ বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ ধৰণৰ। সংস্কৃত নাটকৰ সূত্ৰধাৰীৰ লগত এই সূত্ৰধাৰীৰ বহুতো মিল। ভাওনাৰ সূত্ৰধাৰ নিজেই নাটকৰ ব্যাখ্যাকাৰক আৰু নৰ্ত্তক। ভাওনাৰ অভিনেতা অভিনেত্ৰীসকলৰ প্ৰবেশ, প্ৰস্থান আদিও বিভিন্ন নৃত্য-ছন্দতহে কৰা হয়। এই নাচবিলাকৰ পাদ বিক্ষেপৰ বিভিন্নতা মন কৰিব লগীয়া। একেটা তালতে পাঁচ পাণ্ডৱ দ্ৰোপদীৰ সৈতে প্ৰবেশ কৰোতে প্ৰত্যেকৰে বিভিন্ন পাদ-চালনাত নিজস্ব ফুটি উঠে।

দেৱদাসী নৃত্য (মন্দিৰ নৃত্য Temple dance) বিশেষকৈ হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰ, দেৰগাওঁৰ

শিৱ দ'ল, ভুবি আৰু বিশ্বনাথত প্ৰচলিত আছিল। বৰ্ত্তমান এই নৃত্য প্ৰায় লুপ্ত হৈ গৈছে। হাজোৰ দেৱদাসী নৃত্যৰে নতুন আৰু উন্নত ধৰণৰ সংস্কৰণ শ্ৰীমাধৱদেৱৰ চালি নাচ। দেৱদাসী বিলাকক সাধাৰণতে "নটী" বোলা হৈছিল। কিন্তু এই বিশেষণে আজি কালিৰ দৰে কোনো বেয়া অৰ্থ প্ৰকাশ নকৰিছিল। "নট" সম্প্ৰদায়ৰ মানুহৰ মাজতে এই নৃত্য-গীতৰ আৱদ্ধ আছিল। ৰজা ঘৰৰ পৰা এই "নট" সকলে ভৰণ-পোষণ পাইছিল। দেৱগাঁৱৰ 'নটী' সকলে শিৱ দ'লত প্ৰতি দিনে তিনি বাৰকৈ নৃত্য কৰিব লাগিছিল। নৃত্য শিৱ মন্দিৰৰ পূজাৰ এটা অপৰিহাৰ্য্য অঙ্গ আছিল। এই নৃত্য বিলাক উঠি ছটা, বহি ছটা, আঁঠু বুলন আদি না না ভাগত ভগোৱা হৈছিল। নৃত্য বিলাকত প্ৰায়েই শিৱ-দুৰ্গাৰ গীত গাই সেই বিলাক বিভিন্ন মুদ্ৰাৰ দ্বাৰা ব্যাখ্যা কৰিছিল। দ'লত নৃত্য কৰিবলৈ এবাৰ পাছত "নটী" সম্প্ৰদায়ে এই নৃত্য-গীতক ব্যৱসায়ত পৰিণত কৰিলে। খোল, নেগেৰা, তাল আদি বাদ্য যন্ত্ৰৰ পৰিবৰ্ত্তে ঢোলা, বেহেলা আৰু বঙলুৱা গীতেৰে মানুহৰ মাত্ৰ মন মুহিবলৈ নৃত্য কৰিবলৈ ধৰিলে। লাহে লাহে বোতৰা এই "নটী" সকলৰ মাজত ব্যভিচাৰে দেখা দিলে, সমাজে তেওঁলোকক ঘৃণাৰ চকুৰে চাবলৈ ধৰিলে আৰু তেওঁলোকৰ নৃত্য সমাজৰ পৰা লুপ্ত হৈ যাবলৈ ধৰিলে।

ওজাপালি আজি কালি কামৰূপ আৰু গোৱালপাৰা জিলাতহে দেখা যায়। এই নাচ দুটা ভাগত বিভক্ত—মাৰৈ ওজা আৰু ব্যাহ গোৱা ওজা। মাৰৈ পূজাত (মনসা পূজাত) মাৰৈ ওজা সকলে নানা মুদ্ৰাৰ সহায়ত বেউলা-লক্ষীন্দৰ, দুৰ্গা, কালী, আদিৰ গীত ব্যাখ্যা কৰি নাচে। ওজাৰ লগত এজন ডাইনা পালি আৰু তিনি চাৰি জন মান পালি থাকে। ব্যাহ গোৱা ওজা সকল বৈষ্ণৱ। ওজাপালি শঙ্কৰদেৱৰ আগৰ নাচ। এই নাচৰ মুদ্ৰা, প্ৰকাশ ভঙ্গি দক্ষিণ ভাৰতৰ কথা কলি নৃত্যৰ লগত মিল আছে। শ্ৰীমাধৱদেৱৰ প্ৰচলিত চালি, নটুৱা আদি নাচত ওজাপালি নাচৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

বিহুনাচ অসমীয়া ডেকা-গাভৰুৰ প্ৰাণৰ বস্তু। এই নাচৰ বিভিন্ন ভঙ্গিত প্ৰকৃতিৰ না না অৱস্থা প্ৰকাশ পায়। ৰঙালি বিহুত উজনি অসমৰ ডেকা-গাভৰুৱে এই নাচত মন-প্ৰাণ ঢালি দিয়ে। নামনি অসমত এই নৃত্য প্ৰায় লুপ্ত হৈছে। মাজুলি অঞ্চলত আৰু মিৰি সম্প্ৰদায়ৰ মাজত এই নাচ বেচি প্ৰচলিত আৰু জীৱন্ত হৈ আছে। কলাবাৰী আৰু দিখৌমুখৰ বিহু নাচ চাবলগীয়া। আগৰ দিনত অসমীয়া ডেকা-গাভৰুৱে মুকলি মনেৰে মুকলি প্ৰাণেৰে গোটেই চ'ত মাহটো নিশা বিহু গাতি বিহু মাৰিছিল। আহোম ৰজা সকলে এই নৃত্য-গীতত যথেষ্ট উৎসাহ দিছিল। বিহু নাচৰ যোগেদি অসমীয়া ডেকা-গাভৰুৱে নৃত্য-ভঙ্গিমাৰে পুৰণি বছৰক বিদায় দিছিল আৰু নতুন বছৰক স্বাগত জনাইছিল। কলাবাৰীৰ বিহু নাচত অসমীয়া কৃষি পদ্ধতিৰ বোৱা-তোলা, ধান দোৱা, গজালি গঁজা আদি না না অৱস্থা নৃত্য-ভঙ্গিমাৰে প্ৰকাশ কৰা দেখিবলৈ পোৱা যায়।

দেওধনী সম্পূৰ্ণ তান্ত্ৰিক-নৃত্য। এই নৃত্য বড়ো সকলৰ মাজতে দেখিবলৈ পোৱা যায়। বিশেষকৈ মাৰৈ পূজাত এই নৃত্য কৰা হয়। দেওধনীবিলাকে হাতত তৰোৱাল লৈ নৃত্য কৰে। এই নৃত্যত ঐশ্বৰীক শক্তিৰ প্ৰভাৱ আছে বুলি আৰু দেৱতা সন্তুষ্ট হয় বুলি বড়োসকলে বিশ্বাস কৰে। দলিকটা দাৰ ওপৰত দেওধনীবিলাকে যেতিয়া নৃত্য কৰে তাক দেখি আচৰিত হব লাগে আৰু গাৰ নোম শিয়ঁৰি উঠে। ইয়াৰ বাহিৰেও বড়োসকলৰ বিহু-নৃত্য, হাবাজানি নৃত্য আদি বহুতো নৃত্য আছে।

যেৰাই উৎসৱৰ নৃত্য-গীতেই বড়োবিলাকৰ প্ৰধান নৃত্য-গীত। এওঁলোকৰ চিফুং বাঁহি এবিধ শুৱলা বাদ্য-যন্ত্ৰ।

বিশ্ববিখ্যাত নৃত্য-শিল্পী শ্ৰীউদয়শঙ্কৰে অসমৰ চেমা নগা নাচ আৰু কণ্যাক নগা নাচ দেখি কৈছিল যে এই নৃত্যবিলাকে পৃথিবীৰ উচ্চ শ্ৰেণীৰ লোক-নৃত্যবিলাকৰ শাৰীত ঠাই পাব। বিভিন্ন নগা গোষ্ঠীৰ মাজত বিভিন্ন নৃত্য-গীতৰ প্ৰচলন আছে। এওঁলোকৰ ৰং বেৰঙৰ সাজ-পাৰেৰে নচা যুদ্ধযাত্ৰাৰ নাচবোৰ বৰ আকৰ্ষণীয়। চেমা নগাবিলাকে মুৰত ধনেশ চৰাইৰ পাখী, গাত ৰং বেৰঙৰ সাজ-পাৰ আৰু হাতত দা যাঠি লৈ শাৰি পাতি মুখেৰে হৈ হৈ শব্দ কৰি নৃত্য কৰে। আঙ্গামী নগাসকলে 'সেনা'ৰ উৎসৱত হাতত দা লৈ ঘূৰি ঘূৰি চক্ৰাকাৰে এবিধ নৃত্য কৰে। ৰেঙমা নগাসকলে শস্য কটা উৎসৱত এবিধ নৃত্য কৰে। এই নৃত্যৰ প্ৰতি ভঙ্গিত প্ৰকৃতিৰ বিভিন্ন অৱস্থাৰ প্ৰকাশ পায়। এওঁলোকৰ প্ৰতি সাত বছৰৰ মূৰত হোৱা 'আখু-খোমতা' উৎসৱত সাত আঠ দিন পৰ্য্যন্ত নৃত্য-গীত চলে। ৰেঙমাসকলৰ বাৰটা মাহত তেৰটা উৎসৱ আৰু প্ৰত্যেক উৎসৱত বিভিন্ন নৃত্য-গীতৰ প্ৰচলন আছে। লঠা নগাসকলৰ "তয়জুটানা" উৎসৱত এবিধ নৃত্য কৰে। নৃত্যকাৰ দলটোৱে বিচিত্ৰ সাজ-পাৰ পিন্ধি হাতত কুঠাৰ, এটা কলি আৰু এটা কুকুৰা লৈ নৃত্য কৰে। আও নগা সকলে "মুং সাং" নামৰ এবিধ স্ত্ৰী-পুৰুষ মিলিতহৈ নৃত্যানুষ্ঠান পাতে। "মোয়াৎসু" উৎসৱত মুকলি ঠাইত যি নৃত্য হয় সি অতি বৈচিত্ৰপূৰ্ণ। খাছিয়াসকলৰ নংক্ৰেম্ নৃত্য ও পুৰুষ প্ৰকৃতি নৃত্য। এই নৃত্যটো ৰঙালি বিহু নাচ আৰু প'ৰাগ বিহু নাচৰ দৰে প্ৰকৃতিৰ বিভিন্ন অৱস্থাৰ বৰ্ণনা ভঙ্গ দেখা যায়। জয়ন্তীয়াসকলৰ লাহো নৃত্যও ডেকা গাভৰু নৃত্য। এই নৃত্যত এজনী গাভৰুৱে দুজন ডেকাৰ গাত ধৰি লহলাস গতিত-নৃত্য কৰে। কিন্তু এই নৃত্যত বিশেষ ভঙ্গিমাৰ বৈচিত্ৰতা নাই। লুচাই গাভৰুৰ বাহৰ ওপৰত নচা নাচ অতি মনোৰম। এই নৃত্যৰ পাদ চালনৰ ক্ষিপ্ৰতা বিশেষ আকৰ্ষণীয়। লুচাই সকলৰ ধ্বজ নৃত্যও পুৰুষ সকলৰ এবিধ উন্নত ধৰণৰ নৃত্য। উত্তৰ পূব সীমান্ত অঞ্চলৰ মোম্বা সকলৰ মুখা নৃত্য আৰু খোৱাহুকপেন্ সকলৰ নৃত্যও জাক জমক আৰু বৈচিত্ৰপূৰ্ণ। মিকিৰসকলৰ মৃত সৎকাৰ উৎসৱত ডেকা গাভৰু মিলি ঢেং (মাদল) বজাই নৃত্য কৰে। ডেকা বিলাকে বাও হাতত ঢাল আৰু সোঁ হাতত লাঠি লৈ নৃত্য কৰে। এই নৃত্য তিনি চাৰি দিন পৰ্য্যন্ত চলে। মিকিৰসকলৰ "জঙৰা" উৎসৱত হোৱা নৃত্য গীতো চাব লগিয়া। বিহু নাচ বুলিলে আজি কালি মানুহে ৰঙালি বিহু নাচ বুলিহে বুজে। কিন্তু বিহু নাচ অনেক বিধৰ আছে। মিৰি সকলৰ পৰাগ বিহুৰ দেওদিয়া নাচ আৰু আলিলিগাং বিহুৰ পাকুচ্ নাচ বিহু নাচৰ লগত সম্পূৰ্ণ বেলেগ। পৰাগ বিহুত চক্ৰাকাৰে ঘূৰি ঘূৰি ডেকা গাভৰু, লৰা ছোৱালী আদি সকলোৱে নাচে। এই নৃত্যত আদিম নৃত্য সৃষ্টিৰ আভাস পোৱা যায়। ইয়াৰ বাহিৰেও বহুতো লোক নৃত্য পৰ্ব্বতে-ভৈয়ামে প্ৰচলিত হৈ আছে। সুদক্ষ নৃত্য শিল্পীৰ হাতত পৰিলে এই নৃত্য বিলাকে নৃত্য-জগতত সুনাম অৰ্জ্জন কৰিব বুলি বিশ্বাস।

# সৰ্ব্বহাৰা আৰ্টৰ শ্ৰেষ্ঠ প্ৰতিনিধি মেক্সিম গৰ্কীৰ সাহিত্যিক জীৱনটো

শ্ৰীনবীনচন্দ্ৰ কেওঁট

আলোচনা ]

বিশ্বৰ জনপ্ৰিয় লিখক, সৰ্ব্বহাৰা আৰ্টৰ শ্ৰেষ্ঠ প্ৰতিনিধি মেক্সিম গৰ্কী ১৮৬৮ চনৰ ১৪ মাৰ্চত ছোভিয়েট ৰাছিয়াৰ নিজ'নিত নামে এখন সৰু গাৱঁৰ এটি শ্ৰমিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। তেখেতৰ আচল নাম আলেক্‌চি। পিছত ৰাছিয়াৰ জনতাই তেখেতক মেক্সিম গৰ্কী নামেৰে নামাকৰণ কৰে। মেক্সিম গৰ্কী নামটো ৰুশ ভাষাৰ। অসমীয়াত ইয়াৰ অৰ্থ 'হতভগাৰ বিষাদৰ হমুনিয়াহ'। তেখেতৰ জীৱন কাহিনী অতি মনোজ্ঞ আৰু বিস্ময়কৰ। পাঁচ বছৰ বয়সত পিতৃহীনা হৈ গৰ্কীয়ে মাকৰ লগত বৰ দুখেৰে কাল যাপন কৰিবলগা হয়। শেষত ১০ বছৰ বয়সত একমাত্ৰ মাকৰ মৰমৰ পৰাও বঞ্চিত হৈ বাধ্য হৈ জীবিকাৰ কাৰণে ঘৰৰ পৰা বাহিৰ হয় আৰু ক্ৰমশঃ বাৰ্ত্তাবাহক, মালি, পৰিদৰ্শক, শিক্ষানবীচ, কেবিনবয়, দাৰোৱান আৰু ৰঙ্গমঞ্চত কোৰাছ গায়কৰ কামত ভৰ্ত্তি হবলগা হয়। তেখেতৰ "মোৰ শৈশৱকাল" কিতাপ খনিত শৈশৱৰ ধূলিখেলাৰ এটি নিখুঁট বৰ্ণনা দিছে। কুৰি বছৰ বয়সত 'স্মিউৰি' নামৰ এগৰাকী উচ্চ পদস্থ কৰ্ম্মচাৰীৰ লগত বন্ধুত্ব গঢ়ি উঠে আৰু তাতেই বিখ্যাত লিখকসকলৰ কিতাপবোৰ অধ্যয়ন কৰিবলৈ সুবিধা পায়। তেখেতৰ পঢ়াত বৰ ধাউতি আছিল। যি কোনো বিষয়ৰ কিতাপ হাতত পৰিলেই খৰচি মাৰি অধ্যয়ন কৰে। তাৰ পৰা তেখেত পলাই গৈ কাজানি বিশ্ব-বিদ্যালয়ত প্ৰবেশ কৰে। এই সময়ত বহু ছাত্ৰ আৰু বিপ্লৱীসকলৰ সংস্পৰ্শলৈ আহে। এই বিশ্ব-বিদ্যালয়তে সামাজিক সমস্যা সম্পৰ্কে লিখা মৌলিক তথ্যমূলক গ্ৰন্থ—'মান্‌ৰোভ', 'লিসাৰেভ', 'এডেম-স্মিথ' আৰু কাৰ্লমাৰ্ক্সৰ 'কেপিটেল' অধ্যয়ন কৰি বিপ্লৱী দৃষ্টি-ভঙ্গিত উন্মেষ হৈ পৰিল। তেখেতৰ মতে 'পেটৰ ভোকতকৈ প্ৰভু অধ্যয়নৰ ভোকটোহে বেছি।'

তেখেতৰ জন্ম হৈছিল ৰুশবাসীৰ সন্ধিক্ষণ অৱস্থাত। সেই সময়ত অৰ্থাৎ উনৈশ শতিকাৰ আৱৰ্ত্তীতে ৰুশ সাহিত্য নিৰাশাৰ শেষ সীমাত উপনিত হৈছিল। জাৰ তন্ত্ৰৰ কঠোৰ অত্যাচাৰ আৰু প্ৰচণ্ড আক্ৰমণত ৰাছিয়াৰ বৈপ্লৱিক আন্দোলন খোজে প্ৰতি বাধাপ্ৰাপ্ত হবলগা হৈছিল। বিপ্লৱী সকল ৰাছিয়াৰ অভ্যন্তৰিণ অংশত কৃষক বিদ্ৰোহ চলোৱাত ব্যতিব্যস্ত হৈ থাকোতেই শিক্ষিত বুদ্ধিজীবিসকলৰ মাজত সামাজিক বিভিন্নতা চূড়ান্ত পৰ্য্যায়লৈ যোৱাৰ ফলত শ্ৰেণী সংগ্ৰামৰ পাতনি মেলিছিল। দেশৰ শিল্প, কলা সাহিত্য সকলোবোৰ চূড়ান্ত বিপৰ্য্যয় পথলৈ আগুৱাই গৈছিল। আশা-নিৰাশাৰ দোদোল্যত জনসাধাৰণ তন্দ্ৰাতুৰ অৱস্থাত উপনিত হবলগাত পৰিছিল। ক্ৰমশঃ যেতিয়া দেশত বিভিন্ন শিল্পৰ নৱ-জাগৰণ হবলৈ উপক্ৰম কৰিলে, ধনীক ও শ্ৰমিকৰ শ্ৰেণী সংঘাতৰ অগ্নি-শিখা কেউফালে জ্বলি উঠিল। প্ৰাথমিক শ্ৰমিক আন্দোলনে বিৰাট আকাৰ ধাৰণ কৰিলে। ইফালে শিক্ষিত সমাজে এই ধৰণা জ্ঞানত আৰম্ভ

থাকোতেই যুগধৰ্ম্ম আৰু প্ৰগতিৰ পথৰ পৰা শ শ মাইল পিচ পৰি থাকিল। গতিকে ৰাশিয়াৰ সামাজিক জীৱনৰ গতি,—কি শিল্প, কি সাহিত্য সকলোবোৰেই নিৰাশবাদৰ চূড়ান্ত বিপৰ্য্যয়ৰ কালটৈল আগুৱাই গ'ল। মানৱ চৰিত্ৰৰ দুৰ্ব্বলতাৰ ফালটোহে সেই সময়ৰ সাহিত্যৰ মাজেদি পৰিস্ফুট হ'ল। লেখক আৰু ডষ্টেৱস্কীৰ নিচিনা প্ৰতিভাশালী লিখকৰ ৰচনা নিগুঢ়তত্ব, ৰহস্য মিষ্টিসিজিম আৰু ধৰ্ম্মৰ আৱৰণেৰে আচ্ছাদিত হোৱা দেখা গৈছিল। একালে মিষ্টিসিজিম বা গুঢ়তত্ব আনফালে জনতাৰ দুৰ্দ্দশাতাই লিখক-লিখিকাসকলৰ জীৱনটো গভীৰ ভাৱে বেখাপত কৰিছিল। সেই সময়ৰ সাহিত্যৰ বিষয়বস্তু আৰু উপাদানবোৰ আছিল প্ৰাণহীন। তাত বিপ্লৱী প্ৰেৰণা নাইবা বিপ্লৱী ভাৱধাৰাৰ কোনো গুৰুত্বই নাছিল। মুৰব্বি বা ধাৰ্ম্মিক ভাৱধাৰাৰ প্ৰাবল্যতাই সাহিত্য জগতত একচেটিয়া ৰাজত্ব চলাইছিল। পৰদুঃখকাতৰতাৰ মৰ্ম্মোচ্ছ্বাস অনুভৱি উঠিলেও মুক্তি পথৰ সন্ধান তাত নাছিল। গল্প, কবিতা, নাটক, উপন্যাস আদি সকলোবোৰে মাজেদি লিখক-লিখিকা সকলে কল্পনাৰ চকুনিয়াহ আৰু নিৰাশাৰ চকুলো টুকিব লগাত পৰিছিল। সাহিত্য-দেশৰ এনে সন্ধিক্ষণত বিপথগামী হোৱাটো স্বাভাৱিক আৰু সু-নিশ্চিত।

নিৰাশ বাদৰ এনে চূড়ান্ত সন্ধিক্ষণ দেখি গৰ্কীয়ে সমাজ গঢ়িলে, সৰ্ব্বহাৰাৰ দুখত বেদনাৰ চকুলো টুকিলে। আৰু চকুলো বিশ্বজনতাৰ দৃষ্টি গোচৰ কৰিবলৈ প্ৰতিজ্ঞা বদ্ধ হল। তেখেতে মধ্যবিত্ত বা ধাৰ্ম্মিক ভাৱধাৰাৰ বিনিময় ঘটাই সাহিত্যৰ মাজেদি বাস্তৱ চিত্ৰ জনতাৰ সন্মুখত ডাঙি ধৰিলে। অনুতাপৰ সুৰ বা পৰাজয়ৰ ভাৱে তেখেতৰ লিখনিত স্থান নাপাইছিল। তেখেতৰ স্পষ্ট আৰু মুক্তকণ্ঠত ঠাই পাইছিল বলিষ্ঠবাণী আৰু নিভিক সুৰ,—যি সুৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে পৰিস্ফুট হৈছিল বিদ্ৰোহৰ আৰু আন্দোলনৰ উত্তেজিত ভাৱৰাশি। প্ৰাচীন যুগেধৰা সমাজ ব্যৱস্থাৰ প্ৰতি তীব্ৰ ঘৃণা লিখনিৰ ছন্দে ছন্দে গৰ্কীয়ে ব্যক্ত কৰিছিল। প্ৰগতি মূলক সাহিত্য, কৃষ্টি, শিল্প কলা আন্দোলনৰ যোগেদি জাৰ তন্ত্ৰৰ শাসনৰ থানবাৰি কঁপাই তুলিলে। বাস্তৱ জীৱনৰ ইতিহাস ৰোমাণ্টিচিজিম ভিত্তি কৰি বিশ্ব সাহিত্যত নব আলোড়নৰ সৃষ্টি কৰিলে। হাজাৰ হাজাৰ নিপীড়িত, নিৰ্য্যাতিত জনতাৰ কণ্ঠৰ লগত গৰ্কীৰ সাহিত্য মিলি গ'ল। "হালধীয়া চয়তানৰ দেশ" নামৰ গ্ৰন্থত শেতাঙ্গ অত্যাচাৰিসকলৰ স্বৰূপ ব্যাখ্যা কৰি নিৰ্য্যাতিত কৃষ্ণাঙ্গৰ চকুত জুইৰ শিখা দুগুণে জ্বলাই তুলিলে। 'পাতালপুৰি' আৰু 'আত্মতৃপ্তিৰ নাগৰিক' এই দুয়োখন নাটকতেই জাৰতন্ত্ৰৰ দুৰ্নীতি আৰু ব্যভিচাৰ ৰাইজৰ আগত দৃষ্টিগোচৰ কৰিলে। নৱৰক্ত প্লাৱিত, 'ৰক্তাক্ত ৰবিবাৰৰ' ইতিবৃত্তি লিখি ৰাশিয়াৰ বিপ্লৱী বুকুত প্ৰতিশোধৰ ভাৱ জাগ্ৰত কৰি 'জাৰতন্ত্ৰ ধ্বংস হওক' 'আমাক মুক্তি লাগে' আদি জনতাৰ শ্লোগানেৰে সমগ্ৰ ৰাশিয়াৰ জলবায়ু অস্থিৰ কৰি তুলিলে। তেখেতে জনতাৰ শ্লোগানৰ লগত মিলাই বজ্ৰনিনাদে চিঞৰি উঠিল'—বিশ্বৰ ধনীক শ্ৰেণীৰ ঐক উদ্দেশ্য শোষণ, গতিকে বিশ্বৰ পদদলিত নিষ্পেষিত কৃষক মজুৰা শ্ৰেণীৰ উদ্দেশ্য হব লাগিব সেই শোষণৰ পৰা মুক্তি লাভ কৰাটো। ধৰ্ম্মান্ধসকলৰ দৃষ্টি বিনিময় ঘটাবলৈ "স্বীকৃতি" উপন্যাসৰ অৱতাৰণা কৰি দেখুৱালে যে ঈশ্বৰৰ অস্তিত্ব বিচাৰি কতো পোৱা নাযায়। সকলোৰে ওপৰত মানুহ, আৰু মানুহেই সকলোতকৈ সত্য।

সৰুৰে পৰা নৈতীক বলেৰে বলিয়ান গৰ্কীয়ে সদায়েই হীন, নীচ মনোবৃত্তিৰ পৰা আঁতৰি থাকিবলৈ, নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে সৰ্ব্বদলীয় ঐক্য নিবিচাৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল। বহু বাৰ ৰাজদ্ৰোহ অপৰাধত সশ্ৰম কাৰাদণ্ড ও হয়তো

ইয়াৰ কাৰণেই ভোগিব লগাত পৰিছিল। 'নতুন জীৱন' 'ভলগা ভেষ্টানিক' এই দুয়োখন গ্ৰন্থতেই সমাজৰ কু সংস্কাৰ, জনসাধাৰণৰ দুখ-দৈন্য, অভাৱ-অভিযোগ, অজ্ঞতা, আদি বৰ্ণনা কৰিছে। তেওঁতেৰ মহত্ব, উদাৰতা, মানৱতাবোধ আৰু মহান সৃষ্টিয়ে সমগ্ৰ বিশ্বৰ জন গণক নতুন পথৰ সন্ধান দিলে। বিস্মৃতিৰ বুকুত লিপ্ত হোৱা বিপথ গামী ৰুশ সাহিত্যৰ এটি জাগৰণৰ যুগ সৃষ্টি কৰিলে আৰু বিশ্ব সাহিত্যৰ ইতি হাসত এক নতুন অধ্যায়ৰ পাতনি মেলিলে। তেওঁতে সাহিত্যৰ মাজেদি বিপ্লৱক আহ্বান কৰাৰ উপৰিও বিশ্বৰ শ্ৰমিক কৃষকক পুঁজিবাদী অত্যা-চাৰৰ পৰা মুক্ত কৰি মানুহ হিচাবে জীয়াই থাকিবলৈ প্ৰকৃত পথৰ ইন্ধন যোগালে।

বিশ্ব বিখ্যাত বাচুকবনীয়া গ্ৰন্থ ৰাজি কচ ভাষালৈ অনুবাদ কৰি আন্তৰ্জাতিক চেতনা কচ বাসীৰ মনত জাগ্ৰত কৰিলে। মস্কো নগৰীৰ এটা কাৰখানাৰ উদীয়মান বৈপ্লবিক আন্দোলৰ ঘটনাকে কেন্দ্ৰ কৰি যি 'মাডাৰ' উপন্যাসৰ সৃষ্টি কৰিলে সি আজিও সমগ্ৰ বিশ্বত জনপ্ৰিয়তা লাভ কৰি আছে। যেহেতু এই উপন্যাস খনৰ পৰা কেৱল ৰুচীয়াৰ শ্ৰমিক শ্ৰেণীয়েই শিক্ষা পোৱা নাই—শিক্ষা পাইছে বিশ্বৰ শ্ৰমিক শ্ৰেণীয়ে কাৰণ আন্তৰ্জাতিকতা শ্ৰমিক শ্ৰেণীৰ অস্থিমজ্জাগত, সেই হেতু ৰুচীয়াৰ শ্ৰমিকক লৈ লেখা হলেও বিশ্বৰ সকলো দেশৰ শ্ৰমিকে নিজৰ শ্ৰেষ্ঠ সংগ্ৰামৰ ছবি বিচাৰি পাইছে। 'মাডাৰ' আন্তৰ্জাতিক শ্ৰমিক শ্ৰেণীৰ হাতত শক্তিশালী অস্ত্ৰ হৈ পৰিছে, হাজাৰ হাজাৰ শ্ৰমিকে বিপ্লৱৰ পথত অগ্ৰসৰ হবলৈ প্ৰেৰণা বিচাৰি পাইছে।

সমাজৰ নিয়ন্ত্ৰণত জন্ম লভি জগতত শ্ৰেষ্ঠত্ব লভিব পৰা মেক্সিম গৰ্কীৰ লিখনীয়ে কচ দেশৰ ৰাজনৈতিক জীৱন ধকা সৰকা কৰিলে। 'মাডাৰ,' 'ইউনিভাৰচিটি ডেজ,' 'ডি টাউন অৱ ওকুৰভ' 'ক্লিমসাবিম' 'ডিকেডে', 'কনফেচন' 'সানিন,' 'নেপল' ইত্যাদি আদি গ্ৰন্থ ৰাজিয়েবিশ্ব সাহিত্যৰ ভৰঁালত সদায় আগ শাৰি অধিকাৰ কৰি আছিছে আৰু কৰিবও। গৰ্কী আজি জীয়াই নাথাকিলেও শোভিয়েটৰ জনসাধাৰণে আৰু দুনীয়াৰ প্ৰগতিশীল জনতাই তেওঁতেৰ মহত্ব পাহৰিব নোৱাৰে আজিও শোভিয়েত ইউনিয়নৰ শ্ৰমিক, কৃষক, বুদ্ধিজীৱি আৰু সাধাৰণ জনসাধাৰণে গৰ্কীক সন্মান আৰু শ্ৰদ্ধাৰে প্ৰণতি জনাইছে, লগে লগে তেওঁতেৰ ঐতিহ্য বহন কৰি প্ৰগতিৰ পথত ক্ৰমশ: আগুৱাই যাবলৈ সক্ষম হৈছে।

৬৮ বছৰ বয়সত ক্ষয়ৰোগাক্ৰান্ত হৈ ১৯৩৬ চনৰ ১৮ জুনত গৰ্কীয়ে দুনীয়াৰ চকুলোৰ মাজেদি ইহলীলা সম্বৰণ কৰিলে।

---



# ৰবীন্দ্ৰ কাব্যত প্ৰকৃতিৰ প্ৰভাৱ।

শ্ৰীনিহাৰকান্তি দাস

পৃথিৱীৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ অফুৰন্ত ভাণ্ডাৰে কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ প্ৰাণ-মন মুগ্ধ কৰিছিল। প্ৰকৃতিৰ স্নিগ্ধ বিমলৰূপ, ফুলৰ বৰ্ণ বৈচিত্ৰ্য, নদীৰ কলধ্বনি, আলোছাঁয়াৰ খেলে কবিৰ প্ৰাণত সৃষ্টি কৰিছিল সুৰৰ নিৰ্ঝৰিণী। বছৰৰ ছটা ঋতু বৰ্ণ-গন্ধ-গানেৰে উৎফুল্লিত হৈ অহা-যোৱা কৰে, ক্ৰমে ক্ৰমে সৌন্দৰ্য্য আৰু মাধুৰ্য্যেৰে দশোদিশ ভৰাই দি এটা এটাকৈ ঋতু আহি গুচি যায়।

"ঋতুৰ দল নাচিয়া চলে
ভৰিয়া ডালি ফুলে ও ফলে,
নৃত্যলোল চৰণ তলে মুক্তি পায় ধৰা—
ছন্দে মেতে যৌবনেতে ৰাঙিয়ে ওঠে জৰা॥"

গ্ৰীষ্মৰ স্তব্ধ প্ৰখৰ মধ্যাহ্ন, অবিৰল বৰ্ষণ-মুখৰ শাওণৰ গভীৰ ৰাতি, শৰতৰ নিৰ্মেঘ নীলাকাশৰ উদাৰ প্ৰসন্নতা, দীগন্তব্যাপী শস্যৰ শোভা, শীতৰ শিশিৰ-সজল কুঝটিকাবৃত প্ৰভাত বসন্তৰ ক্লান্তিহাৰা মলয়-পৱন-হিল্লোলত জীৱজগতত অভূতপূৰ্ব চাঞ্চল্য জাগে। এই পৰিবৰ্ত্তনত কবিৰ প্ৰাণো না না ভাবেৰে আপ্লুত হৈ উঠে।

"প্ৰতিক্ষণে নানা বৰ্ণে, নানা গন্ধে গীতে,
মুগ্ধ প্ৰাণ বেষ্টন কৰেছে চাৰিভিতে।"

অকল প্ৰকৃতিয়েই নহয়, মানুহেও তেওঁক সমভাৱে প্ৰভাৱান্বিত কৰিছিল। মানুহৰ প্ৰেম, সুখ-দুখৰ নিচিনাকৈ প্ৰকৃতিৰ ৰূপবৈচিত্ৰ্যয়ো তেওঁক স্পৰ্শ কৰিছিল। চিৰকাল মানুহৰ মাজত অৱস্থান কৰি প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰাৰ অদম্য বাসনা এটি কবিৰ হৃদয়ত চিৰজাগৰিত আছিল। সেই কাৰণে কবিৰ হৃদয় আলোড়িত কৰি নিম্নলিখিত কথাষাৰ ওলাই আহে—

"মৰিতে চাহিনা আমি সুন্দৰ ভুৱনে
মানবেৰ মাঝে আমি বাঁচিবাৰে চাই।
এই সূৰ্য্যকৰে এই পুষ্পিত কাননে
জীৱন্ত হৃদয় মাঝে যেন স্থান পাই॥"

বন-কুন্তলা, শ্যামা, তন্বী প্ৰকৃতিৰ মায়াবিনী, উদাসিনী, নীৰৱ, নিথৰ আৰু গম্ভীৰ ৰূপে কবিক হাত-বাউল দি মাতিছে, তেওঁক মুগ্ধ কৰিছে। এই অতুলনীয় সৌন্দৰ্য্যক কবিয়ে মন-প্ৰাণ দি অনুভৱ কৰিবলৈ বিচাৰে।

"হে সুন্দৰী বসুন্ধৰে, তোমাপানে চেয়ে
কতবাৰ প্ৰাণ মোৰ উঠিয়াছে গেয়ে
প্ৰকাণ্ড উল্লাস ভৰে। ইচ্ছা কৰিয়াছে,
সবলে আঁকড়ি ধৰি এ বক্ষেৰ কাছে
সমুদ্ৰমেখলা-পৰা তব কটিদেশ।
....................................
কম্পমান পল্লৱেৰ হিল্লোলেৰ 'পৰে
কৰি নৃত্য সাৰা বেলা কৰিয়া চুম্বন
প্ৰত্যেক কুসুমকলি, কৰি' আলিঙ্গন
সঘন কোমল শ্যাম তৃণক্ষেত্ৰগুলি,
প্ৰত্যেক তৰঙ্গ-'পৰে সাৰাদিন দুলি'
আনন্দ-দোলায়;"

প্ৰকৃতিৰ লগত কবিৰ আছিল নিবিড় সখিত্ব। পৃথিৱীৰ সামান্যতম বস্তুও তেওঁৰ সন্ধানী চকুত অসামান্য সুন্দৰৰূপে প্ৰতিভাত হৈছিল। পৃথিৱীৰ সকলো বস্তু ধুনীয়া—এইটোৱে আছিল তেওঁৰ জীৱনৰ বাণী।

"এই দ্যুলোক মধুময়,
মধুময় পৃথিৱীৰ ধূলি—
অন্তৰে নিয়েছি আমি তুলি,

এই মহামন্ত্ৰখানি
চৰিতাৰ্থ জীৱনের বাণী।"

পৃথিৱীৰ প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰি কৰি স্বৰ্গ সুখৰ প্ৰতিও বীতশ্ৰদ্ধ। স্বৰ্গৰ নন্দন কাননতকৈও কবিয়ে ভাল পায় এই পৃথিৱীক, ভাল পায় এই নদনদী-বিধৌত, কান্তাৰ-প্ৰান্তৰ-শোভিত নিসৰ্গলীলা, মেঘ-ৰৌদ্ৰৰ ইন্দ্ৰজাল, পত্ৰপুষ্পৰ নবীনতা, সতেজতা।—

"যত বড়ো হোক ইন্দ্ৰ ধনু সে
সুদূৰ আকাশে আঁকা,
আমি ভালবাসি মোৰ ধৰণীৰ
প্ৰজাপতিটিৰ পাখা॥"

প্ৰকৃতিয়ে নব নব ৰূপে তেওঁৰ ওচৰত ধৰা দিছিল। গ্ৰীষ্মত তেওঁৰ চকুত প্ৰকৃতি আবিৰ্ভূতা হৈছে ৰুদ্ৰৰূপে। বহাগ-জেঠৰ সূৰ্য্যৰ প্ৰখৰ তাপে পৃথিৱীক কৰে জৰ্জ্জৰিত। বিক্ষোভৰ ফলত শান্ত প্ৰকৃতি অশান্ত দুৰ্দ্দাম আবেগত বিদীৰ্ণ হবলৈ বিচাৰে। নিদাঘৰ সেই দিনবিলাকত—

"দাৰুণ অগ্নিবাণে
হৃদয় তৃষায় হানে।
ৰজনী নিদ্ৰা হীন দীৰ্ঘ দগ্ধ দিন
আৰাম নাহি যে জানে
শুষ্ক কাননশাখে ক্লান্ত কপোত ডাকে
করুণ কাতৰ গানে॥"

ধৰিত্ৰীৰ তপ্ত নিঃশ্বাসৰ দৰে তপ্ত বা বৈ থাকে, স্তব্ধ দিগন্তই সতৃষ্ণ নয়নে আকাশৰ ফালে চাই থাকে।

"ৰুদ্ৰ হাওয়ায় ধৰাৰ বুকে সূক্ষ্ম কাঁপন কাঁপে
চোখ ধাঁধানো তাপে।
কোথাও কোনো শব্দ যে নেই তাৰি শব্দ বাজে
ঝাঁ ঝাঁ কৰে সাৰা দুপুৰ দিনেৰ বক্ষোমাঝে।
আকাশ বাহাৰ একলা অতিথ শুষ্ক বালুৰ স্তূপে
দিগ্বধূ ৰয় অবাক হয়ে বৈৰাগিনীৰ ৰূপে।"

আন আন কবিসকলৰ দৰে কবি ৰবীন্দ্ৰ নাথেও গ্ৰীষ্মক তপোমগ্ন সন্ন্যাসীৰ লগত তুলনা কৰিছে। এই তুলনাটি সাৰ্থক আৰু যথাৰ্থ। সৰ্ব্বৰিক্ত সন্ন্যাসীৰ নিচিনাই গ্ৰীষ্মৰ ৰূপ অকল সেয়ে নহয়। গ্ৰীষ্ম ভৈৰৱ সন্ন্যাসী। ভৈৰৱৰ নিচিনা ভয়ঙ্কৰ তাৰ ৰূপ। তাৰ নয়ন নিঃসৃত বহ্নিৰ তাপত পৃথিৱীৰ শ্যামলশ্ৰী অদৃশ্য হৈ যায়— ধৰণীয়ে ধূলি-ধূসৰ ৰূপ ধাৰণ কৰে। ধূৰ্জ্জটিৰ তৃতীয়নয়নোৎক্ষিপ্ত বহ্নিত যেনেকৈ মদন ভস্মীভূত হৈছিল গ্ৰীষ্মৰ অগ্নিকণাত তেনেকৈয়ে বাসন্তীশ্ৰী দগ্ধ হৈ যায়। ৰুক্ষ, পিঙ্গল জটাধাৰী, ভৈৰৱীৰ নিচিনা ভীষণদৰ্শনা প্ৰকৃতিয়ে কাক যেন আকুল হৃদয়েৰে আহ্বান কৰে। কবিয়ে প্ৰশ্ন কৰিছে—

"হে ভৈৰব, হে ৰুদ্ৰ বৈশাখ,
ধূলায় ধূসৰ ৰুক্ষ উড্ডীন পিঙ্গল জটাজাল,
তপঃক্লিষ্ট তপ্ত তনু, মুখে তুলি' বিষাণ ভয়াল
কাৰে দাও ডাক,
হে ভৈৰব, হে ৰুদ্ৰ বৈশাখ॥"

তাৰ পিছত সি আহে। সি আহে অন্তৰবিৰ বক্ষভেদী ধূলিমলিন কৰি, নিস্তৰঙ্গ নদীজলত সিহৰণ জগাই, নিঃস্পন্দ আতঙ্কেৰে আকাশ বিবৰ্ণ কৰি। তাৰ লগে লগে আৰম্ভ হয়—

"আকাশ কোণে ভূতেৰ মাতন বালুৰ ঘূৰ্ণি ঘোৰে।"

..........পশ্চিমৰ সেউজীয়া বাগানখন আৰু ধাননি পথাৰখন মিলি গৈছে দূৰবনান্তৰ বাষ্পৰেখাত। তাৰ ওপৰেদি ছায়াহীন দীঘল বাটটো দপিল পাকত। আগবাঢ়িছে এইটো বাটেদি কবিয়ে 'কালবৈশাখী'ক ধূলি উড়াই ঘোৰাঢোৱাৰৰ নিচিনাকৈ অহা দেখিছে।

"এ পথে ধেয়ে এসেছে কালবৈশাখীৰ ঝড়
গেৰুয়া পতাকা উড়িয়ে
ঘোড়সওয়াৰ বৰ্গি সৈন্যেৰ মতো—
কাঁপিয়ে দিয়েছে শাল-সেগুনকে,
নুইয়ে দিয়েছে ঝাউয়েৰ মাথা
'হায় হায়' ৰব তুলেছে বাঁশেৰ বনে,
কলাবাগানে কৰেছে দুঃশাসনেৰ দৌৰাত্ম্য।"

গ্ৰীষ্মৰ পিছত আহে বৰ্ষা। বৰ্ষা যেন কবিৰ ঋতু। বৰ্ষাৰ আনন্দই কবিক কাব্য ৰচনাত উদ্বুদ্ধ কৰে। বৰ্ষাৰ টিপটিপীয়া বৰষুণৰ মধুৰ ধ্বনিৰ লগত সুৰ মিলাই আমাৰ দেশৰ বহুতো কবিয়ে অসংখ্য কাব্য ৰচনা কৰি গৈছে। আন দেশত আমাৰ দেশৰ নিচিনা বৰ্ষাও নাই; বৰ্ষাৰ কবিতাও নাই। ইংৰাজী ভাষাত বৰ্ষা আপোন মহিমাত প্ৰতিষ্ঠিত নহয়। বৰ্ষা ইংলণ্ডত ঋতু হিচাবে আবিৰ্ভূত নহয়। বৰ্ষাৰ অপূৰ্ব্ব ৰূপ আৰু মহিমা তাত দেখা নেযায়। কিন্তু ই প্ৰাচীনকালৰ পৰা আমাৰ দেশৰ কবি সাহিত্যিকসকলৰ হৃদয়ত এটা গৌৰৱময় স্থান অধিকাৰ কৰি আহিছে। আমাৰ দেশৰ বৰ্ষাৰ স্নিগ্ধ, শ্যামল আৰু নয়নাভিৰাম ৰূপ উপেক্ষণীয় নহয়। কালিদাসে তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ কাব্য 'মেঘদূত' বৰ্ষাৰ সমাৰোহ অৱলম্বন কৰিয়েই লিখিছিল। তেওঁৰ কাব্যত বৰ্ষাৰ প্ৰভাৱ সম্বন্ধে ৰবীন্দ্ৰনাথে কৈছে—

"প্ৰতি বৰ্ষা দিয়ে গেছে নবীন জীবন
তোমাৰ কাব্যেৰ 'পৰে কৰি বৰিষণ
নববৃষ্টিবাৰিধাৰা, কৰিয়া বিস্তাৰ
নবঘনস্নিগ্ধচ্ছায়া, কৰিয়া সঞ্চাৰ
নব নব প্ৰতিধ্বনি জলদমন্দ্ৰেৰ,
স্ফীত কৰি স্ৰোতোবেগ তোমাৰি ছন্দেৰ
বৰ্ষাতৰঙ্গিনীসম॥"

সংস্কৃত কবিসকলৰ কথা এৰি দিলেও বৈষ্ণৱ কবি আৰু তেওঁলোকৰ অনুগামী কবিসকলৰ কাব্যত বৰ্ষাৰ বৈচিত্ৰ, ঐশ্বৰ্য্যৰ অভিব্যক্তি আমি দেখিবলৈ পাওঁ। সাহিত্য সম্ৰাট বঙ্কিমচন্দ্ৰই ভাৰত জননীৰ যি সুজলা সুফলা শস্যশ্যামলা মূৰ্ত্তি কল্পনা কৰিছে, বৰ্ষাৰ মাজেদিয়ে সেই ৰূপ আমাৰ গুচৰত স্পষ্ট হৈ উঠে। ৰবীন্দ্ৰনাথৰ কাব্যত বৰ্ষাৰ প্ৰভাৱ অতি গভীৰ আৰু ব্যাপক। তেওঁ নৱ নৱ ভাবেৰে নৱ নৱ ছন্দেৰে বৰ্ষাঋতুক অৰ্চনা কৰি গৈছে।

বৰ্ষাৰ প্ৰভাৱত কবিৰ কল্পনা আৰু অনুভূতি কেতিয়াবা অজানাৰ উদ্দেশ্যে যাত্ৰা কৰিছে, কেতিয়াবা তেওঁৰ হৃদয় অব্যক্ত বেদনাত, কেতিয়াবা অনিৰ্ব্বচনীয় আনন্দত, কেতিয়াবা শ্যামল স্নিগ্ধতাত, কেতিয়াবা ভৱিষ্যতৰ সুখস্বপ্নত পূৰ্ণ হৈ উঠিছে। কবি কালীদাস বৰ্ষা বিষয়ে কাব্য ৰচনাত অদ্ভুত প্ৰতিভাৰ শ্ৰেষ্ঠ উত্তৰাধিকাৰী তেওঁ। যদিও বৰ্ষাই তেওঁৰ কোনো নাটকত ৰূপ পোৱা নাই তথাপি তেওঁ বৰ্ষা সম্বন্ধে যিমান কবিতা ৰচনা কৰিছে তেনে ৰচনা আৰু কোনোৱেই কৰিব পৰা নাই।

বৰ্ষা সমাগমত উচ্ছ্বাসিত আনন্দত কবিৰ প্ৰাণ চঞ্চল হৈ উঠে। তেওঁৰ কণ্ঠত তেতিয়া ধ্বনিত হয়,

"হৃদয় আমাৰ নাচে ৰে আজিকে
ময়ূৰেৰ মত নাচে ৰে
হৃদয় নাচে ৰে।"

আহাৰৰ নবীনমেঘ ধৰণীৰ পূৰ্ব্বাধাৰত বজ্ৰভেৰি বজাই স্বপ্ৰকাশ মহিমাত নীলাঞ্জনঘনছায়া বিস্তাৰ কৰি আবিৰ্ভূত হয়। তেতিয়া "দমকা হাওয়াৰ বেগে, সওয়াৰ যেন চাবুক লাগায় দৌড়-দেওয়া মেঘে।"

'ঈশানেৰ পুঞ্জমেঘ অন্ধবেগে ধেয়ে চলে আসে
বাধাবন্ধ—হাৰা,
গ্ৰামান্তেৰ বেণুকুঞ্জে নীলাঞ্জন ছায়া সঞ্চাৰিয়া
হানি' দীৰ্ঘধাৰা।"

পৃথিৱীক স্নিগ্ধ বাৰিধাৰাৰে স্নাত কৰিবৰ নিমিত্তে সিইতৰ মাজত কিমান জল্পনা কল্পনা চলি থাকে।

"ঈশান কোণেতে ওই যে ঝড়েৰ বাণী
গুৰু গুৰু ৰবে কী কৰিছে কানাকানি।"

বৰ্ষাত অহৰহ মেঘৰ মৃদঙ্গ-ধ্বনি শুনিবলৈ পোৱা যায়, নবীনধান্যত দোল লাগে। বৰ্ষাসিক্ত চৰাই বোৰ গছৰ ডালত কঁপি থাকে, চাৰিফালে

ঝিলী-ভেকুলিৰ ঐক্যতান আৰু ময়ূৰৰ কণ্ঠধ্বনি—
যেন বৰ্ষাৰ আৱাহনীগীতি।—

"গুৰু গুৰু মেঘ গুমৰি' গুমৰি'
গৰজে গগনে গগনে
গৰজে গগনে।
ধেয়ে চলে আসে বাদলেৰ ধাৰা,
নবীনধান্য দুলে দুলে সাৰা,
কুলায়ে কাঁপিছে কাতৰ কপোত,
দাদুৰী ডাকিছে সঘনে।"
"বহিছে হাওয়া উতল বেগে,
আকাশ ঢাকা সজল মেঘে
ধ্বনিয়া উঠে কেকা।"

নৱ বৰ্ষাৰ বাৰিধাৰা গ্ৰীষ্মৰ প্ৰখৰতাক মচি দি দহনক্লান্ত ধৰিত্ৰীৰ বুকুত আশাৰ সঞ্জীৱনীমন্ত্ৰ ঢালি দিয়ে। পৃথিৱীত শ্যামলশ্ৰী ফুটি উঠে, গছে গছে কুঁহিপাত মেলে, বিশুষ্কতৃণৰাজিয়ে নতুনকৈ প্ৰাণ পায়—দীপ্ততেজত আৰম্ভ হয় সেউজীয়াৰ অভিযান।

"দহনশয়নে তপ্তধৰণী পড়েছিল পিপাসাৰ্ত্তা,
পাঠালে তাহাৰে ইন্দ্ৰলোকেৰ অমৃতবাৰিৰ বাৰ্ত্তা,
মাটিৰ কঠিন বাধা হল ক্ষীণ, দিকে দিকে হল দীৰ্ণ—
নৱ-অঙ্কুৰ-জয়পতাকায় ধৰাতল সমাকীৰ্ণ।"

নৱপল্লৱযুক্ত তৃণৰাজি আৰু তৰুলতা বতাহত আন্দোলিত হৈ উঠে, বনৰাশিৰ হৃদয়তন্ত্ৰীত মেঘমল্লাৰৰ সুৰ বাজি উঠে।

"সাৰাদিন অশ্ৰান্ত বাতাস
ফেলিতেছে মৰ্ম্মৰ নিঃশ্বাস
বনেৰ বুকেৰ আন্দোলনে
কাঁপিতেছে পল্লৱ—অঞ্চল।"

বৰ্ষা সম্বন্ধে কবিৰ ভাষাত কবলৈ হলে :—
"ঐ আসে ঐ অতি ভৈৰব হৰষে
জলসিঞ্চিত ক্ষিতি-সৌৰভ-ৰভসে
ঘনগৌৰবে নবযৌবনা বৰষা,
শ্যামগম্ভীৰ সৰসা।
গুৰুগৰ্জনে নীল অৰণ্য শিহৰে
উতলা কলাপী কেকা-কলৰবে বিহৰে ;
নিখিল-চিত্ত-হৰষা
ঘনগৌৰবে আসিছে মত্ত বৰষা॥

বৰ্ষাৰ পানীত নদ-নদীৰ শুষ্কবক্ষ নৱোল্লাসত স্ফীত হৈ উঠে, জলাশয়বিলাক পৰিপূৰ্ণ হয়। তাৰ 'সোণৰ কাঠি'ৰ স্পৰ্শ পাই জলজ উদ্ভিদবোৰ আকৌ গজি উঠে। কোনো কোনো ঠাইত কোনো বৃক্ষ নিম্নবৰ্ত্তী সৰসীৰ স্বচ্ছ দাপোণত নিজৰ মনোলোভা মূৰ্ত্তিৰ প্ৰতি অপলকনেত্ৰে চাই থাকে। কবিয়ে সুনিপুণ তুলিকাৰে ভাদমাহৰ পূৰ্ণ সৰোবৰৰ প্ৰতিচ্ছবি আঁকিছে :—

"ভাদ্ৰমাসে কাণায় কাণায় জল
জলে গাছেৰ গভীৰ ছায়া টলটল কৰছে
সবুজ ৰেশমেৰ আভায়
তীৰে তীৰে কলমিশাক আৰ হেলঞ্চ ;
ঢালু পাড়িতে সুপাড়ি গাছ কটা মুখোমুখি দাঁড়িয়ে।
এ ধাৰেৰ ডাঙায় কৰবী, সাদা ৰঙণ, একটি শিউলি ;
দুটি অযত্নেৰ ৰজনীগন্ধায় ফুল ধৰেছে গৰীবেৰ মতো।"

যি নৈখন একালত সৰু হৈ গাৱঁৰ পৰা আতৰি গৈছিল, সেই নৈখন বৰ্ষাৰ পৰশ পাই কল কল ৰবে নতুনৰ বাৰ্ত্তা লৈ গাৱঁৰ কাষেদি কুলু কুলু কৰি বৈ যায়।

"তীৰ ছাপি' নদী কলকল্লোলে
এলো পল্লীৰ কাছে ৰে।"

বৰ্ষাত উন্মত্ত ধুমুহাই দৈত্যৰ নিচিনাকৈ ল'ৰি আহে। ঝটিকা-বিক্ষুব্ধ প্ৰকৃতিৰ চিত্ৰ কবিয়ে সুন্দৰ ৰূপে ফুটাই তুলিছে—

"দেখৰে চেয়ে নামল বুঝি ঝড়,
ঘাটেৰ পথে বাঁশেৰ শাখা ঐ কৰে ধড়ফড়্।
আকাশতলে বজ্ৰপাণিৰ ডঙ্কা উঠল বাজি'
ঢেউয়েৰ গায়ে ঢেউগুলো সব গড়ায় ফুঁলে ফুঁলে,
পুবেৰ চৰে কালেৰ মাথা উঠছে দুলে দুলে।

"ঈশান কোণে উড়তি বালি আকাশখানা ছেয়ে
হু হু করে আসছে ছুটে ধেয়ে।"

ধুমুহাৰ আস্ফালন কবিৰ ওচৰত যেন লক্ষ যক্ষশিশুৰ অট্টহাহি।

"পশ্চাৎ হতে হাহা ক'রে হাসি
মত্ত ঝটিকা ঠেলা দেয় আসি
যেন এ লক্ষ যক্ষশিশুর অট্টরোল।
আকাশে পাতালে পাগলে মাতালে হট্টগোল।"

বৰ্ষাত মেঘাচ্ছন্ন আকাশৰ পৰা চাৰিফালে নামি আহে আন্ধাৰ, ঘন-অন্ধকাৰৰ বুকু চিৰি মাজে মাজে দেখা দিয়ে বিজুলীৰ বেঁকা হাঁহি।

"অন্ধকার নিশা, বৃষ্টি ঝর ঝর,
দুরন্ত পবন অতি, আক্রমণে তার
অরণ্য উদ্যত বাহু করে হাহাকার
বিদ্যুৎ দিতেছে উঁকি ছিঁড়ি মেঘভার
খরতর বক্র হাসি শূন্যে বরষিয়া॥"

ক্ষণপ্ৰভাৰ ক্ষণিক প্ৰভাদানে কবিৰ হৃদয়াকাশ আলোকিত কৰি দিয়ে—

"ওড়না ওড়ায় বর্ষার মেঘে দিগঙ্গনার নৃত্য—
হঠাৎ আলোর ঝলকানি লেগে ঝলমল করে চিত্ত।"

বৰ্ষাৰ ধাৰাসাৰ বৰষুণৰ মাজত নিজৰ হৃদয় যেনেকৈ আনৰ ওচৰত উন্মুক্ত কৰি দিব পৰা যায় তেনেকৈ আক কেতিয়াও পৰা নহয়। কবিৰ ভাষাত—

"এমন দিনে তারে বলা যায়
এমন ঘনঘোর বরিষায়
এমন মেঘস্বরে বাদল ঝরঝরে
তপনহীন ঘন তমসায়।
........................
যে কথা এ জীবনে রহিয়া গেল মনে
সে কথা আজি যেন বলা যায়
এমন ঘনঘোর বরিষায়।"

সজল মেঘৰ কাজল ৰূপ দেখি কবিৰ মনত পৰে অতীতৰ কথা—তেওঁৰ শৈশৱৰ কথা।

"আকাশ জুড়ে মেঘের খেলা কোথায় বা সীমানা,
দেশে দেশে খেলে বেড়ায় কেউ করে না মানা,
কত নতুন ফুলের বনে বৃষ্টি দিয়ে যায়
পলে পলে নতুন খেলা কোথায় ভেবে পায়।
মেঘের খেলা দেখে কত খেলা পড়ে মনে—
কত দিনের লুকোচুরি কত ঘরের কোণে।"

বৰ্ষাত বিৰহ জাগে। বৰ্ষাৰ এটি বেদনাতুৰ ৰূপ আছে, বৰ্ষা যেন বিশ্বপ্ৰকৃতিৰ অন্তৰৰ গূঢ় কোনো বেদনাৰ ক্ৰন্দন। মেঘৰ গুৰুগম্ভীৰধ্বনি প্ৰিয়তমৰ বিৰহ ব্যথা জাগ্ৰত কৰি মনক উদাস কৰি তোলে। কালিদাসৰ পৰা বিদ্যাপতিলৈকে সকলো কবিৰ কাব্যত বৰ্ষাৰ এই বিৰহিনী ৰূপটো বৰ্ণিত হৈছে। ৰবীন্দ্ৰনাথেও বৰ্ষাৰ এই বিৰহিনী ৰূপটো প্ৰত্যক্ষ দেখিছিল। তেওঁ লিখিছে :—

"পথ যায় ভাসি'
ঝর ঝর ধারাজলে—
তমাল বনের শ্যামল তিমির তলে
দ্যুলোকে ভূলোকে দূরে দূরে বলাবলি
চির বিরহের কথা।"

"শরতের পূর্ণিমায়
শ্রাবণের বরিষায়
উঠে বিরহের গাথা বনে উপবনে।"

বৰ্ষাৰ মাজত স্নিগ্ধতা আৰু আলস্য মিহলি হৈ আছে। সেই নিমিত্তে—

"স্নিগ্ধসজল মেঘকজ্জল দিবসে
বিবশ প্রহর অচল অলস আবেশে।"

নিজৰ সৰ্বস্ব শেষ কৰি ঢালি দি বিক্তহস্তে বৰ্ষাই বিদায় গ্ৰহণ কৰে। তেতিয়া শৰতৰ আগমনীৰ চাৰিফালে আহ্বান উঠে।

"শূন্যে হেনকালে
জয়শঙ্খ উঠিল বাজিয়া। চন্দনতিলকভালে
শরৎ উঠিল হেসে চমকিত গগনপ্রাঙ্গনে;

পল্লবে পল্লবে কাঁপি বনলক্ষ্মী কিঙ্কিনীকঙ্কণে
বিচ্ছুৰিল দিক্কে দিকে জ্যোতিকণা।"

বৰ্ষাত আকাশখন আছিল সততে চকল ঘন কলা মেঘেৰে আবৃত, দিগন্ত আছিল বৰ্ষাৰ বা'ত ব্যাকুলিত।

"............দৈত্যসম পুঞ্জ মেঘভাৰ
ছায়াৰ প্ৰহৰীব্যূহে ঘিৰে ছিল সূৰ্য্যেৰ দুৱাৰ;
অভিভূত আলোকেৰ মূৰ্চ্ছাতুৰ ম্লান অপমানে
দিগন্ত আছিল বাষ্পাকুল।"

শৰতৰ শুভ্ৰমেঘৰ ফাঁকেদি তৰুণ সূৰ্য্যৰ অৰুণ আলোৰ অঞ্জলি নামি আহে। শৰতক সম্বোধন কৰি কবিয়ে কৈছে—

"শৰৎ, তোমাৰ অৰুণ আলোৰ অঞ্জলি
ছড়িয়ে গেল ছাপিয়ে মোহন অঙ্গুলি।
শৰৎ তোমাৰ শিশিৰধোওয়া কুন্তলে—
বনেৰ পথে লুটিয়ে-পড়া অঞ্চলে
আজ প্ৰভাতেৰ হৃদয় ওঠে চঞ্চলি।"

অস্ফুৰৌদ্ৰস্নাত শৰতৰ সেই চিনবিলাকত:—

"পাৰে না বহিতে নদী জল-ধাৰ,
মাঠে মাঠে ধান ধৰেনাকো আৰ,
ডাকিছে দোয়েল, গাহিছে কোয়েল
তোমাৰ কানন সভাতে
মাঝখানে তুমি দাঁড়ায়ে জননী
শৰৎকালেৰ প্ৰভাতে।"

শৰতৰ নীলাকাশত শুভ্ৰ জলধাৰাপূৰ্ণ মেঘ মন্থৰ গতিত ওপঙি ফুৰি তলৰ ৰূপৰ জোৱাৰ উঠা পৃথিৱীখনলৈ চাই—

"শুভ্ৰ খণ্ডমেঘ
মাতৃদুগ্ধপৰিতৃপ্ত সুখনিদ্ৰাৰত
সদ্যোজাত সুকুমাৰ গোবৎসেৰ মতো
নীলাম্বৰে শুয়ে।"

ৰাতি আকাশ ভৰি দেখা দিয়ে হীৰককান্তি নক্ষত্ৰ—প্ৰদীপ, শাৰদ চন্দ্ৰমাৰ উজ্জ্বল কিৰণৰ পৰা স্বৰ্গৰ সুষমা নিজৰি পৰে, ধৰিত্ৰী জ্যোৎস্নাধাৰাৰ হাঁহিত উচ্ছ্বাসিত হৈ উঠে।

'চকিততড়িৎ সঘন বৰষা, পূৰ্ণ ইন্দ্ৰধনু,
শৰৎ-আকাশে অসীমবিকাশ জ্যোৎস্না শুভ্ৰতনু।"

তাৰ পিছত শৰতে বাট এৰি দিয়ে, হেমন্ত আহে। তাৰ চকুত লাগি থাকে আনন্দাশ্ৰু, তৃণ-শীৰ্ষত গছৰ পাতত হেমন্তৰ নিয়ৰকণা ফুটি উঠে। হেমন্ত ৰূপ প্ৰাচুৰ্য্য আৰু পৰিপূৰ্ণতাৰ জীৱন্তবিগ্ৰহ।

"ধৰাৰ আঁচলপূৰ্ণ হোল প্ৰচুৰ সোণাৰ ধানে
দিগঙ্গনাৰ অঙ্গন আজ পূৰ্ণ তোমাৰ দানে।"

হেমন্ত ঋতুত চাৰিফালে স্তব্ধতা বিৰাজ কৰে, নদী ক্ষীণকায়া হয়লৈ ধৰে, তাৰ কুলকুল সুৰ স্তব্ধ হৈ যায়। হেমন্ত সম্বন্ধে কবিয়ে লিখিছে—

"জনশূন্য ক্ষেত্ৰমাঝে দীপ্ত দ্বিপ্ৰহৰে
শব্দহীন গতিহীন স্তব্ধতা উদাৰ
ৰয়েছে পড়িয়া শ্ৰান্ত দিগন্তপ্ৰসাৰ
স্বৰ্ণশ্যাম ডানা মেলি। ক্ষীণ নদীৰেখা
নাহি কৰে গান আজি, নাহি লেখে লেখা
বালুকাৰ তটে। দূৰে দূৰে পল্লী যত
মুদ্ৰিত নয়নে ৰৌদ্ৰ পোহাইছে ৰত,
নিদ্ৰায় অলস ক্লান্ত॥"

হেমন্তৰ অন্তৰালত থাকি পলিতকেশ মহাস্থবিৰ শীত উৎসাহমত্ত ধৰণীৰ গাত বুলাই দিয়ে নিজৰ শীতল স্পৰ্শ। প্ৰকৃতিৰ শূন্যদৃষ্টি, নিৰস বদন আৰু দীনভাব দেখিলে মানুহৰ মনতো আহে সঙ্কুচিত আৰু বিমৰ্ষ ভাব। এই সময়ত গছৰ পাতবিলাক সৰি পৰে, পাতবিহীন গছবিলাক নিজৰ নিজৰ গা-গছ আৰু শাখা-প্ৰশাখাৰে কঙ্কালসাৰ হৈ থিয় দি থাকে।

'শীতেৰ হাওয়াৰ লাগল কাঁপন
আমলকীৰ ঐ ডালে ডালে
পাতাগুলি শিৰশিৰিয়ে
ঝৰিয়ে দিল তালে তালে।"

শীতৰ পাছতেই ওৰা পাতি থাকে বসন্ত। সেই নিমিত্তে কবিয়ে কৈছে—

"শীতেৰ বথেৰ ঘূর্ণিধূলিতে গোধূলিৰে কৰে ম্লান।
তাহাৰি আড়ালে নবীন কালেৰ
কে আসিছে সে কি জান।
বনে বনে তাই আশ্বাসবাণি
কৰে কাণাকাণি 'কে আসে কী জানি'
বলে মর্মৰে "অতিথিৰ তৰে অর্ঘ্য সাজায়ে আনো।"
নির্মম শীত তাৰি আয়োজনে এসেছিল বনপাৰে।"

ৰিক্তশীত যেন অকল বসন্তৰ বন্দনা গান গাবলৈ আহিছে। তেওঁৰ ভাষাত কবলৈ হলে—

"এসেছে শীত,
গাহিতে গীত,
বসন্তেৰি জয়।"

বসন্তৰ ভাবী আগমন বাৰ্ত্তা চাৰিকাষে পৰিব্যাপ্ত হল। বন উপবনত সেইবৰ সম্বৰ্দ্ধনাৰ আয়োজন চলিব ধৰিলে।

"বাৰ্ত্তা ব্যাপিল পাতায় পাতায়, কৰো ত্বৰা, কৰো ত্বৰা
সাজাক পলাশ আৰতি-পাত্ৰ ৰক্তপ্ৰদীপে ভৰা।
দাড়িম্ববন প্ৰচুৰ পৰাগে
হোক্ প্ৰগল্ভ ৰক্তিমৰাগে।
মাধবিকা হোক সুৰভি সোহাগে মধুপেৰ মনোহৰা।"

তাৰ পাছত বজাৰ নিচিনা প্ৰাচুৰ্য্য আৰু অজস্ৰ সম্পদ লৈ ঋতুশ্ৰেষ্ঠ ঋতুৰাজ বসন্ত আহিল, লগে লগে—

"দেখিতে দেখিতে কী হতে কী হল, শূন্য কে দিল ভৰি
প্ৰাণপুঞ্জে উঠিল ফেনায়ে মাধুৰীৰ মঞ্জৰি।
ফাগুনেৰ আলো সোণাৰ কাঠিতে
কী মায়া লাগলো, তাই তো মাটিতে
নব জীবনেৰ বিপুল ব্যথাৰ জাগে শ্যামাসুন্দৰী।"

অপূৰ্ব বসন্তৰ ৰূপ, অপৰূপ তাৰ সজ্জা, নানা বিধৰ ফুল প্ৰস্ফুটিত হৈ বসন্তপ্ৰকৃতিক কৰে মনোৰম। অশোক-পলাশ তাৰ কৰ্ণাভৰণ, কণ্ঠত তাৰ মল্লিকাৰ মালা, পৰিধানত তাৰ উজ্জ্বলালোকবাস, বথচূড়াত তাৰ নবপল্লৱৰ অলঙ্কাৰ।

"সঘনে মেঘে বৰষা আসে, বৰষে ঝৰ ঝৰ,
কাননে ফুটে নবমালতী কদম্ব কেশৰ।
স্বচ্ছহাসি শৰৎ আসে পূৰ্ণিমামালিকা,
সকল বন আকুল কৰে শুভ্ৰ শেফালিকা।
আসিল শীত সঙ্গে লয়ে দীৰ্ঘ দুঃখ নিশা,
শিশিৰঝৰা কুন্দফুলে হাসিয়া কাঁদে দিশা
ফাগুনমাস আবাৰ এল বহিয়া ফুলভাৰা।"

পুষ্পাভৰণভূষিত সেই বসন্তক দেখি কবিয়ে গাইছে,—

"অপাৰ ভুবন, উদাৰ গগন, শ্যামল কানন তল,
বসন্ত অতি মুগ্ধ মূৰতি, স্বচ্ছ নদীৰ জল,
বিবিধবৰণ সন্ধ্যানীৰদ, গ্ৰহতাৰাময়ী নিশি
বিচিত্ৰশোভা শস্যক্ষেত্ৰ প্ৰসাৰিত দূৰ দিশি,
সুনীল গগনে ঘনতৰ নীল অতিদূৰ গিৰিমালা,
তাৰি পৰপাৰে ৰবিৰ উদয় কনককিৰণ-জ্বালা।"

আশা-নিৰাশাৰ উৰ্মি-চঞ্চল-চিত্তত বসুন্ধৰা বসন্তৰ নিমিত্তে কিমান বাট চাই থাকে! বসন্ত পৃথিবীৰ বহুত অভীপ্সিত, ধ্যানৰ ধন, কিমান তপস্যা কৰি পৃথিবীয়ে তাক পায়!

"হে বসন্ত, হে সুন্দৰ, ধৰণীৰ ধ্যানভৰা ধন,
বৎসৰেৰ শেষে
শুধু একবাৰ মৰ্ত্তে মূৰ্তি ধৰ ভুবনমোহন
নববৰ বেশে।
তাৰি লাগি তপস্বিনী কি তপস্যা কৰে অনুক্ষণ
আপনাৰে তপ্ত কৰে, ধৌত কৰে, ছাড়ে আভৰণ
ত্যাগেৰ সৰ্বস্ব দিয়ে ফল-অৰ্ঘ্য কৰে আহৰণ
তোমাৰ উদ্দেশ্যে॥
সূৰ্য্য প্ৰদক্ষিণ কৰি ফিৰে সে পূজাৰ নৃত্যতালে
ভক্ত উপাসিকা
নম্ৰ ভালে আঁকে তাৰ প্ৰতিদিন উদয়াস্তকালে
ৰক্তৰশ্মিটিকা।"

মানুহৰ মাজত যিসকল ৰসিক আৰু কবি বিশেষকৈ তেওঁলোক ৰসৰাজ বসন্তৰ বন্দনাগানত মুখৰ হৈ উঠে। সৌন্দৰ্য্য আৰু মাধুৰ্য্য ৰসিকৰ প্ৰাণক আনন্দত উৰাউল কৰি তোলে, কবিৰ প্ৰাণক বিচিত্ৰ কল্পনাৰ সোপানত এৰি দিয়ে। সেই স্বপ্নত বিভোৰ হৈ কবি চিৰপুৰাতন কিন্তু চিৰনতুন এই বসন্তক বিচিত্ৰ ছন্দে ৰূপ দান কৰে। ইংলণ্ডৰ আৰু জগতৰ আন আন ঠাইৰ সকলো কবিয়ে ঋতুৰাজ বসন্তৰ অৰ্ঘ্য ৰচনা কৰি গৈছে। আমাৰ দেশতো এনে কবি খুব কম যি তেওঁৰ কাব্যত বসন্ত-প্ৰশস্তি কৰা নাই। আমাৰ বিশ্ব-কবিৰ ক্ষেত্ৰতো আমি তাৰ ব্যতিক্ৰম নেদেখো।

ময়ূৰৰ কণ্ঠধ্বনিয়ে যেনেকৈ সমগ্ৰ বৰ্ষাৰ অন্তৰৰ ৰূপটো প্ৰকাশ কৰি দিয়ে, তেনেকৈ কুলিৰ কুউ কুউ মাতে বসন্তৰ গোটেই ৰূপক ভাষা দিয়ে— শুনিলে কবিৰ অন্তৰৰ পৰা ওলাই আহে—

"যেন কে বসিয়া আছে বিশ্বের বক্ষের কাছে
যেন কোন সরলা সুন্দরী—
যেন সেই ৰূপবতী সংগীতের সৰস্বতী
সম্মোহন বীণা করে ধৰি।"

এই পৃথিবীত সুন্দৰ মাত্ৰেই চিৰচঞ্চল। নিয়ত-চঞ্চলতা সৌন্দৰ্য্যৰ এটি ডাঙৰ ধৰ্ম। বসন্তৰ আছে সেই প্ৰাণৰ চঞ্চলতা আৰু আবেগ। নিশ্চল হৈ পৰি থকাটো প্ৰকৃতিৰ ধৰ্ম নহয়, বসন্তৰও যোৱাৰ সময় আহে। বসন্তৰ সৌন্দৰ্য্য ক্ষণমাত্ৰ সময়ৰ নিমিত্তে পাই কবি তৃপ্ত নহয়। সেই নিমিত্তে তেওঁ আক্ষেপ কৰে—

"হে বসন্ত, হে সুন্দর, হায় হায়, তোমার করুণা
ক্ষণকাল তরে
মিলাইবে এ উৎসব; এই হাসি, এই দেখাশুনা
শূণ্য নীলাম্বরে।"

বছৰে বাৰটা মাহ অতিক্ৰম কৰি আকৌ নতুনকৈ যাত্ৰা আৰম্ভ কৰে। বছৰটো শেষ হোৱাৰ লগে লগে বসন্তশ্ৰীও বিলীণ হৈ যায়।

"আসে বৎসরের শেষ
চৈত্র ধরে ম্লান বেশ।"

অকল প্ৰত্যেক ঋতুৱেই নহয়, প্ৰতি দিন নিশাক ৰূপবৈচিত্ৰ্যৰ দ্বাৰা তেওঁৰ হৃদয়ত সৃষ্টি কৰে নতুন নতুন ছন্দ। কবিয়ে প্ৰভাতৰ বৰ্ণনা কৰিছে এইদৰে—

"পূবের মেঘ মুখে পড়েছে রবি-রেখা,
অরুণ-রথ-চূড়া আধেক যায় দেখা।
তরুণ আলো দেখে পাখির কলরব,
মধুর আহা কীবা মধুর মধু সব।
মধুর মধু আলো মধুর মধু বায়
মধুর মধু গানে তটিনী বহে যায়।"

প্ৰভাতত পূৰ্বাকাশ অৰুণৰাগত ৰঞ্জিত হৈ উঠে, পৰ্বতৰ শৃঙ্গত গছৰ ওপৰত নিয়ৰে আবৰি ৰখা সেউজীয়া ঘাঁহনিৰ ওপৰত উষাসুন্দৰীয়ে তেওঁৰ সোণৰ আঁচলখন পাৰি দিয়ে। প্ৰভাতে যেন পুষ্প আহি পৃথিবীৰ পূজা কৰি যায়, সন্ধ্যা আহে যেন প্ৰদীপ লৈ সন্ধ্যাৰতি কৰিবৰ নিমিত্তে।

"......উষা ডান হাতে ধৰি স্বৰ্ণথালা
নিয়ে আসে একখানি মাধুর্য্যের মালা
নীরবে পরায়ে দিতে ধরার ললাটে
সন্ধ্যা আসে নম্রমুখে ধেনুশূণ্য মাঠে
চিহ্নহীন পথ দিয়ে লয়ে স্বর্ণঝাৰি
পশ্চিম সমুদ্র হতে ভরি শান্তিবারি।"
"প্ৰভাত আসে......পূজাৰ সাজি ভৰি
সন্ধ্যা আসে সন্ধ্যারতির বরণডালা ধৰি।"

মাৰযোৱা বেলিটিয়ে ৰঙৰ ভাণ্ডাৰ উজাৰ কৰি পৃথিৱীখন ৰাঙলী ৰঙেৰে ৰঙাই দিয়ে। কিন্তু অৰুণালোকৰ এই ৰঙৰ খেল বেচি সময় স্থায়ী নহয়। কিয়নো—

"আধার রজনী আসিবে এখনি
মেলিয়া পাখ',

সন্ধ্যা-আকাশে স্বৰ্ণ-আলোক
পড়িবে ঢাকা।"

তাৰ পাছত সূৰ্য্যদেৱ অস্তাচলত যাব যায়। তেতিয়া দীপশিখা হাতত লৈ সন্ধ্যা সুন্দৰী আহে— 'চুল এলিয়ে অস্তসমুদ্ৰে সদ্য স্নান কৰে।'

"ৰবি অস্ত যায়,
অৰণ্যেতে অন্ধকাৰ, আকাশেতে আলো,
সন্ধ্যা নত-আঁখি
ধীৰে আসে দিবাৰ পশ্চাতে।"

সন্ধ্যাৰ অন্ধকাৰ গাঢ় হৈ আহে, গছৰ ফাঁকত চন্দ্ৰমাৰ অলপ আভাস দেখা যায়। আকাশত আৰম্ভ হয় তৰাৰ দীপান্বিতা। নক্ষত্ৰখচিত আকাশৰ ফালে চাই কবিয়ে ভাবে—

"অন্ধকাৰ সন্ধ্যাৰ আকাশে
বিজন তাৰাৰ মাঝে কাঁপিছে যেমন
স্বৰ্গেৰ আলোকময় ৰহস্য অসীম।"

প্ৰকৃতিৰ সৌন্দৰ্য্যত মাধুৰ্য্য আৰু ভৈৰব দুটা ভাবেই আছে। অনন্তলীলাময়ী প্ৰকৃতি কেতিয়াবা উগ্ৰ ভৈৰবীৰ নিচিনা ভীষণদৰ্শনা সংহাৰিণী মূৰ্তি ধাৰণ কৰি আবিৰ্ভূতা হয়, কেতিয়াবা হাস্যময়ী মমতাময়ী অপাৰ মাতৃস্নেহেৰে সকলোকে অভিভূত কৰি তোলে। ৰবীঠাকুৰে প্ৰকৃতিৰ এই মধুৰ আৰু ভৈৰব দুটা ভাবেই উপলব্ধি কৰিছিল। সেই নিমিত্তে তেওঁ কৈছে—

"বিপৰীত তুমি ললিতে কঠোৰে,
মিশ্ৰিত তোমাৰ প্ৰকৃতি পুৰুষে নাৰীতে।"

(তুমি) "ডান হাতে পূৰ্ণ কৰো সুধা,
বামহাতে চূৰ্ণ কৰো পাত্ৰ"।

অচল অৱৰোধত আবদ্ধ পৃথিবী, মেঘলোকত উধাও পৃথিবী, গিৰিশৃঙ্গমালাৰ মহৎমৌনত ধ্যান-নিমগ্না পৃথিবী, নীলাম্বুৰাশিৰ অতন্দ্ৰতৰঙ্গেৰে কলমুখৰা পৃথিবী, একালে যেনেকৈ সুন্দৰী আনফালে তেনেকৈ ভীষণা, একালে যেনেকৈ অন্নপূৰ্ণা আন ফালে তেনেকৈ অন্নৰিক্তা, একালে যেনেকৈ উগ্ৰা আনফালে তেনেকৈ নম্ৰা। শ্ৰীযুত কবিয়ে 'কাল-বৈশাখী'ৰ ৰুদ্ৰনৰ্ত্তনৰ মাজত দেখিছে প্ৰকৃতিৰ সংহাৰিণী মূৰ্তি আৰু ফাগুনৰ প্ৰশান্ত সৌন্দৰ্য্যত দেখিছে তেওঁৰ কৰুণাময়ী মাতৃমূৰ্তি:—

"বৈশাখে দেখেছি বিদ্যুৎচঞ্চুবিদ্ধ দিগন্তকে
ছিনিয়ে নিতে এল
কালো শ্যেন পাখিৰ মতো তোমাৰ ঝড়,
সমস্ত আকাশটা ডেকে উঠলো যেন কেশৰ-ফোলা সিংহ
তাৰ লেজেৰ ঝাপটে ডালপালা আলু থালু ক'ৰে
হতাশ বনস্পতি ধুলায় পড়ল উবুড় হয়ে।
হাওয়াৰ মুখে ছুটল ভাঙা কুঁড়েৰ চাল
শিকলছেঁড়া কয়েদীডাকাতেৰ মতো
আবাৰ ফাল্গুনে দেখেছি তোমাৰ আতপ্ত দক্ষিণে হাওয়া
ছড়িয়ে দিয়েছে বিৰহমিলনেৰ স্বগতপ্ৰলাপ
আম্ৰমুকুলেৰ গন্ধে।
চাঁদেৰ পেয়ালা ছাপিয়ে দিয়ে উপচিয়ে পড়েছে
স্বৰ্গীয় মদেৰ ফেনা।"



# সম্পাদকীয়

বৰ্তমান অসমীয়া সাহিত্যৰ এটা নতুন সোঁত বৈছে। গল্প কবিতা আদিত এই নতুন ধাৰাৰ প্ৰভাৱ কম বেছি লক্ষ কৰা যায়। ফলত কবিতা বিলাক হৈ পৰিছে ছন্দহীন, ভাব আৰু বিষয়বস্তু বিলাকত বাস্তৱৰ ছাঁ লাগিছে অতি বেছি— আনকি সি কঠোৰ বাস্তৱতাৰ মুখামুখিহৈ তাৰ সমাধানৰ ইঙ্গিত বিচাৰিছে।

আধুনিক সাহিত্য জনসাধাৰণৰ কাৰণে। ই বাস্তৱ-জগতৰ পৰা নিৰুদ্দেশ হৈ অলীক, অতী-কল্পনাৰ সৃষ্টি নকৰে। ফলত বৰ্তমান অসমীয়া সাহিত্যত যি আধুনিকতাৰ ধাৰা বৰ্টৈ ধৰিছে তাক আগৰ যুগৰ ব্যক্তিবাদী ৰোমাণ্টিক সাহিত্যিক সকলে সহ্য কৰিব পৰা নাই। ই অন্য একো নহয় যুগৰ চিন্তাধাৰাৰ লগত প্ৰতিক্ৰিয়াৰ সংঘৰ্ষ। গতিকে আমি তাক লৈ আশ্চৰ্য্য হবলগীয়াও একো নাই, সংকোচ কৰিবলগীয়াও একো নাই, ভয় খোৱাৰো কোনো কাৰণ নাই। ই স্বাভাবিক। সেই শ্ৰেণীটোৱে যিমানেই নিচিক্ৰৰক লাগিলে, বৰ্তমান ৰোমাণ্টিক বা ব্যক্তিবাদী চিন্তাধাৰা নিবিয়া। এই নিৰ্বিৰ্য্যতা আজি ইমান বেছি যে, এই সময় চোৱাত সেই চিন্তা ধাৰাৰ সাৰ্থক সৃষ্টি এটাও অসমীয়া সাহিত্যত হোৱা নাই।

আজি ব্যক্তিগত প্ৰেম, অনুভূতি, সমাজত ব্যক্তিৰ মুক্তি, আদি চিন্তা ধাৰাৰ ঠাই দখল কৰিছেহি—সামাজিক মুক্তি, নিপীড়িত মানৱতাৰ মুক্তি, ব্যক্তিক সমাজৰ মাজত মিলাই দিয়াৰ যোগেদি ব্যক্তিৰ মুক্তি আৰু প্ৰেমে। সেই দিন আজিও অহা নাই। ভাৰতত নতুন ৰাজনৈতিক পৰিবৰ্ত্তন আহিলেও সি শতকৰা ৯৫ জনৰ মুখত হাঁহি বিৰিঙাব পৰা নাই। মধ্যবিত্ত জীৱনক অভাৱ আৰু বেকাৰিয়ে আবৰি ৰাখিছে।

কৃষকৰ সামান্য এটা অংশৰ বাদে 'হা-ভাত হা-কাপোৰ' কৰি এসাজ খাই এসাজ সুদাপেটে কটাবলগীয়া অৱস্থা বৰ্ত্তমানো চলি আছে। তাৰোপৰি মহাজন আৰু জমিদাৰ শ্ৰেণীৰ উৎপাতত তেওঁলোক জুৰুলা। শ্ৰমিক শ্ৰেণী শোষণৰ হেঁচাত হাৰজগা— এই বাস্তৱ ঘটনাবোৰক জনতাৰ সাহিত্যিকে পাহৰিব নোৱাৰে। কাৰণ এই কঠোৰ সমস্যাবোৰে তেওঁলোককো আবাৰ ৰাখিছে।

অৱশ্যে এইটো যুগ সন্ধিক্ষণ, পৰিবৰ্ত্তনৰ যুগ। গতিকে গল্প কবিতা সকলোৰেই পৰিবৰ্ত্তনৰ মাজেদি আগবাঢ়িছে। যি সৃষ্টি হৈছে সেয়ে চূড়ান্ত নহয়। পূৰ্ণ সাৰ্থক সৃষ্টিৰ সময় আছে। সাৰ্থক সৃষ্টিৰ কাৰণে সাৰ্থক পৰিবেশো দৰকাৰ। অসমীয়া সাহিত্যত এই ধাৰাৰ পূৰ্ণপ্ৰকাশৰ কাৰণে পূৰ্ণ বাস্তৱ ভিত্তি এতিয়াও সৃষ্টি হোৱা নাই।

বৰ্তমান আধুনিক লিখকসকলৰ সৰহ সংখ্যকেই মধ্যবিত্ত শ্ৰেণীৰ পৰা অহা আৰু লিখাও হৈছে মধ্যবিত্ত শ্ৰেণীটোৰ কাৰণেই, কাৰণ পঢ়ুৱৈ সমাজ, মূলত এই শ্ৰেণীটোৰ ভিতৰতে আবদ্ধ। ফলত দুই এজন লিখকৰ বাদে কবিতা আৰু গল্পবিলাকত অতি বুদ্ধিৰ প্ৰয়োগ বহল পৰিমাণে দেখা যায়,

গল্পবিলাকত চৰিত্ৰৰ দুৰ্ব্বলতা চকুত পৰে। নিৰাশাৰ হা হুমুনিয়া বহুতত প্ৰকাশ হয়,—যেন সমুখ অন্ধকাৰ। ই অন্ত একো নহয় মধ্যবিত্ত শ্ৰেণীৰ দুৰ্ব্বলতাৰ প্ৰকাশ. লিখক আৰু পঢ়ুৱৈ সমাজ মূলত এই শ্ৰেণীভুক্ত হোৱাৰ কাৰণে এই দুৰ্ব্বলতা সম্ভাৱনা হৈ গৈছে। অৱশ্যে ৺অমূল্য বৰুৱা. কেশৱ মহন্ত আৰু হীৰেন ভট্টাচাৰ্য্যৰ কবিতাত এই প্ৰভাৱ কম বা কিছু কম। মালিকৰ গল্প সাহিত্যত নতুন চৰিত্ৰৰ সৃষ্টি আমি দেখিবলৈ পাও, অৱশ্যে কোনো সময়ত চৰিত্ৰ অতি জটিল হৈ পৰে।

বৰ্ত্তমান সাহিত্যৰ এই নতুন ধাৰাৰ পূৰ্ণ প্ৰকাশৰ কাৰণে কিছু সাময়িক আৰু পাৰিপাৰ্শিক দুৰ্ব্বলতা আছে। সমাজ সমন্ধে গভীৰ বিশ্লেষণ আৰু পৰিস্কাৰ ধাৰণাৰ সাহিত্যিকসকলৰ মাজত অভাৱ আছে। সমাজ সমন্ধে পৰিস্কাৰ ধাৰণা নথাকিলে, তাৰ ভবিষ্যত ৰূপ সমন্ধেও ধাৰণা থাকিব নোৱাৰে আৰু সমাজৰ গভীৰ ভাৱে বিশ্লেষণ কৰাও সম্ভৱ নহয়। এই দুৰ্ব্বলতাই বৰ্ত্তমান অসমীয়া সাহিত্যৰ লিখক সকলৰ মাজত আটাইতকৈ গভীৰ। ফলত কোনো সাৰ্থক প্ৰতিক-চৰিত্ৰ আজিলৈকে সৃষ্টি হোৱা নাই। শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, ভীষ্ম, গৰ্কীৰ মাতৃ, মূলক ৰাজ আনন্দৰ বহুত চৰিত্ৰই প্ৰতিক চৰিত্ৰ। প্ৰতিক চৰিত্ৰ বিলাক একোটা যুগৰ বা একোটা শ্ৰেণীৰ আদৰ্শ মানুহ। অসীম দক্ষতা, গভীৰ বিশ্লেষণ তেনে চৰিত্ৰ সৃষ্টিৰ কাৰণে দৰকাৰ। কিন্তু বৰ্ত্তমান ধাৰাত অসমীয়া নিপীড়িত খেতিয়ক, বা বনুৱাৰ দুখ বেজাৰ, আশা নিৰাশাক প্ৰতিনিধিত্ব কৰিব পৰা চৰিত্ৰ সৃষ্টি হৈছে জানো ?

অসমৰ মজদুৰ শ্ৰেণীটো এতিয়াও পূৰ্ণভাৱে অসমীয়া ভাষা-ভাষী নহয়, আৰু নিৰক্ষৰ অসমীয়া খেতিয়কৰ কথাও একেই। যাৰ প্ৰতিক্ৰিয়া অসমীয়া সাহিত্যৰ বৰ্ত্তমান ধাৰাত সাময়িক ভাৱে হলেও পৰিছে। যি আটাইতকৈ নিপীড়িত সেই মজদুৰ শ্ৰেণীৰ ওপৰতেই ভবিষ্যত সুন্দৰ জগত নিৰ্ভৰ কৰিছে। কিন্তু সেই সুন্দৰ জগত আৰু সুন্দৰৰ ধাৰণা লিখকসকলৰ মাজত এতিয়াও পৰিস্কাৰ নহয়। আনপিনে আগৰ যুগৰ ৰোমান্তিক ধাৰায়ো অসমীয়া সাহিত্যত পূৰ্ণৰূপ লব পৰা নাছিল। গতিকে আধুনিক লিখক সকল. সেই উত্তৰাধিকাৰীত্বৰ পৰা কিছু পৰিমাণে বঞ্চিত হৈ ৰৈছে।

## সমাজতান্ত্ৰিক গঢ়ৰ সমাজ
## ( Socialistic Pattern of Society )

বৰ্ত্তমান কংগ্ৰেছে ঘোষণা কৰিছে যে, ভাৰতবৰ্ষত সমাজতান্ত্ৰিক গঢ়ৰ ৰাষ্ট্ৰব্যৱস্থা গঢ়ি তোলাই কংগ্ৰেছৰ উদ্দেশ্য। আজি পৃথিবীত সমাজতান্ত্ৰিক ৰাষ্ট্ৰব্যৱস্থা আৰু সমাজ ব্যৱস্থাৰ বিজয়ৰ অভিযান চলিছে। সমাজতান্ত্ৰিক ব্যৱস্থা যে ধনতান্ত্ৰিক ব্যৱস্থাতকৈ শ্ৰেষ্ঠ ই প্ৰতিপন্ন হৈছে। ৰাছিয়া, চীন, আৰু অন্যান্য সমাজতান্ত্ৰিক দেশৰ শোষিত আৰু নিপীড়িত মানুহৰ মুক্তি হৈছে। সকলোৱে কাৰণে কাম, সকলো খেতিয়ক চলিবৰ জোখাৰে মাটি, সকলোৱে কাৰণে শিক্ষা আদি যোগান ধৰাৰ পৰাই পদক্ষেপ আৰম্ভ কৰিছে এই ৰাষ্ট্ৰবিলাকে। অকল সেয়ে নহয় অতি অলপ দিনৰ ভিতৰতে ছোভিয়েট ৰাষ্ট্ৰৰ নিচিনা দেশে শিল্প বিকাশত বিৰাট উন্নতি কৰি, "যাৰ যিমান দৰকাৰ সিমান ভোগ কৰিব পাৰিব" এই নীতি গ্ৰহণ কৰি সাম্যবাদলৈ পদক্ষেপ দিছে; চীনৰ নিচিনা পিচ পৰি থকা দেশৰ হঠাৎ উন্নতিয়ে ভাৰতৰ মানুহক তাক লগাইছে। এই সময়তেই ভাৰতবৰ্ষৰ প্ৰধান দল চৰকাৰী দল কংগ্ৰেছে এই নীতি ঘোষণা কৰিছে।

অৱশ্যে ভাৰতবৰ্ষৰ অৱস্থাৰ লগত খাপখুৱাই সমাজতান্ত্ৰিক ব্যৱস্থা গঢ়া হব এই কথাটোৰ ওপৰত জোৰ দিয়া হৈছে। প্ৰতি দেশৰ অৰ্থ-নৈতিক

আৰু সমাজতান্ত্ৰিক ব্যৱস্থা একে স্তৰত থকা নাই। গতিকে সমাজতান্ত্ৰিক ব্যৱস্থাৰ আৱস্তণী আৰু গঢ় দেশে দেশে জাতীয় বিকাশৰ অনুপাতে ৰূপ সলায় ই স্বাভাবিক।

কিন্তু এই ভাৰতবৰ্ষৰ ব্যৱস্থাৰ ৰূপ কি হব? ইয়াৰ অৰ্থনৈতিক ৰূপ সামাজিক ৰূপ কোন ধৰণৰ হব? কথাটো আজিলৈকে পৰিষ্কাৰ কৰা হোৱা নাই। ভাৰতৰ লোক-সভাত এই বিষয়ৰ বিতৰ্কতো এই কথাটো পৰিষ্কাৰ নহল।

আচল সমাজতান্ত্ৰিক ব্যৱস্থা কি? কল-কাৰখানা আদি যাবতীয় শিল্প কোনো ধনীৰ হাতত নাথাকে, সি ৰাষ্ট্ৰীয় সম্পত্তি হয়। মাটি ৰাষ্ট্ৰীয় সম্পত্তি হয়। সকলোৱে কাৰণে চাকৰি, সকলো খেতিয়কৰ খেতিৰ সুবিধা, সকলোৱে শিল্প আদিৰ ব্যৱস্থা, ৰাষ্ট্ৰই যোগাৰ ধৰে। সকলো বিষয়তেই কল-কাৰখানা প্ৰয়োগ কৰি বিৰাট উন্নতিৰ পথ খুলি দিয়া হয়। এখন গাঁও আৰু এটা ফেক্টৰীৰ পৰা আৰম্ভ কৰি সকলো বিলাক ৰাষ্ট্ৰীয় অনুষ্ঠান নিৰ্ব্বাচিত হয়। আৰু যি যিমান কাম কৰে সেই অনুপাতে মজুৰি পায়। ৰ'ত সমাজতন্ত্ৰ হৈছে তাত এই ব্যৱস্থাই হৈছে।

কিন্তু ভাৰতবৰ্ষৰ বৰ্ত্তমান অৱস্থা কি? বৃটিছ মূলধন কোটি কোটি টকা চাহবাগান তেল, চেনি, মৰা-পাট আদিত থাকিবই লাগিছে তাৰ মুনাফা ইংলণ্ডলৈ গৈয়ে আছে। টাটা, বিৰলা, ইস্পাহানী গোৱেংকাৰ কোটি কোটি টকা থাকিছে আৰু তাৰ লাভৰ অংশৰ তেওঁলোকেই অধিকাৰী। মাটি জমিদাৰ আৰু তেনে ধৰণৰ সুবিধা ভোগীৰ দখলত। এই অধিকাৰ ভাৰতৰ সংবিধান অনুসাৰে স্বীকৃত। বিৰোধী পক্ষই দাবী কৰা স্বত্বেও আনকি, বিদেশী পুঁজিৰ অংশ জাতিহকৰণ কৰাটোও কংগ্ৰেছে সমৰ্থন কৰা নাই। আনপিনে, অভাৱ-অনাটন, বেকাৰি, নিৰক্ষৰতা চলিয়েই আছে। মূল শিল্পবিকাশ পূৰ্ণোদ্যমে আৰম্ভ হোৱা নাই। তেনেহলে, ভাৰতবৰ্ষ সমাজ-তান্ত্ৰিক Pattern টাটা, বিৰলা, আৰু ইংৰাজৰ মূলধন ৰক্ষা কৰিয়েই হবনেকি?

আচলতে ভাৰতবৰ্ষ এখন পূৰ্ণ গণতান্ত্ৰিক ৰাষ্ট্ৰই হোৱা নাই। পূৰ্ণ গণতান্ত্ৰিক ৰাষ্ট্ৰ এখন কৰিবলৈ হলেও, বৃটিছ মূলধনৰ শোষণ বন্ধ কৰা, বৃহৎ ধনীক গোষ্ঠীৰ মুনাফা নিয়ন্ত্ৰণ কৰা, জমিদাৰী ব্যৱস্থা গুচোৱা দৰকাৰ আৰু শিল্প-বিকাশৰ ব্যৱস্থা কৰি চাকৰিৰ ব্যৱস্থা কৰা আৱশ্যক।

## আন্তৰ্জাতিক ৰাজনীতিৰ গতি

যোৱা মহাযুদ্ধৰ মাজেদি সমাজতান্ত্ৰিক শক্তি বিৰাট শক্তি লৈ মূৰ দাঙি উঠিল। ই সাম্ৰাজ্যবাদী ৰাষ্ট্ৰবিলাকৰ বেপাৰৰ ঠাই সংকুচিত কৰিলে। আৰু আনপিনে ই পৃথিবীৰ মানুহৰ মন এনে ধৰণেৰে দখল কৰিছে যে, ধনতান্ত্ৰিক ব্যৱস্থাই টিকি থকা ক্ৰমে অসম্ভৱ হৈ আহিছে। এই সময়ৰ ভিতৰত সাম্ৰাজ্যবাদী ৰাষ্ট্ৰবোৰৰ স্বৰূপ ওলাই পৰিল। ফলত আমেৰিকাৰ নেতৃত্বত সাম্ৰাজ্যবাদী শিবিৰে নিজক কাৰণে যুদ্ধই একমাত্ৰ উপায় বুলি ভাবিলে। এখন মহাযুদ্ধ পতাৰ চেষ্টা চলিল। পৃথিবীজুৰি যুদ্ধৰ ঘাটি আমেৰিকাই গঢ়ি তুলিলে। ছোভিয়েটে সহ অৱস্থিতিৰ নীতি ঘোষণা কৰা স্বত্বেও যুদ্ধোদ্যম পূৰ্ণোদ্যমেই চলিল। কিন্তু শান্তি-শিবিৰৰ শক্তিও অসীম। আনপিনে পৃথিবীৰ মানুহ যুদ্ধ বিৰোধী। ভাৰতবৰ্ষই শান্তি-শিবিৰত যোগ দিলে। পঞ্চশীল চীন আৰু ভাৰতৰ মাজত স্বাক্ষৰিত হল, বহুত ৰাষ্ট্ৰই তাক গ্ৰহণ কৰিলে। ভাৰতবৰ্ষত শান্তি-নীতিয়ে বিশ্ব-শান্তিত বিৰাট দান দিলে। আমেৰিকায়ো শান্তি শান্তি কৰি চিঞৰিব লগীয়া হ'ল। বিশ্ব-যুদ্ধৰ সম্ভাৱনা কমি আহিল। এই পৰ্য্যায় শান্তি-নীতিৰ জয় আৰু মহাযুদ্ধৰ পৰাজয়ৰ মাজেদি সম্পন্ন হল।

## Union Executive, Session 1954-55.





Sitting from ( L to T. )—A. P. Bhattacharjya (Gen. Secy.) Prof. B. K. Misrha. Prof. T. N. Goswami ( President ), Prof. N C. Goswami ( Vice-President ), Prof. J. Bharali, J. C. Bhattcharjee ( Vice-President )

Standing ( L to R )—T. Boruah (C. R.). G. Hazarika ( Social Service Secy. ), D. Dutta (C. R), B. C, Dutta (Secy., S, L. Club) S. H. Rahman (Editor, English Section), A. Goswami ( C. R ), A. Zaman ( C. R ) T. Baruah ( Cricket Secy. ), A. Goswami ( Debating Secy. ), P. Sarmah ( Minor Game Secy. ), P, Barua ( Football Secy ). S. Dutta ( Editor, Assamese Section ) and B Hazarika ( Common-Room Secy ).

Standing ( 3rd Row )—M. Sarmah ( C, R ), H Rajkhowa ( C R ), B. Rajkhowa ( C, R ) B. Borthakur ( C, R ), N. Hazarika ( C. R ), B M. Neog ( Music Secy ), D. Chaliha ( C, R ), U, Gogoi ( C, R ), D, Dutta ( C. R ), R, Bhattacharjee ( C, R ) and Chowkidars,





The Prime Minister, Sri Nehru, who presided over the N. C. C. Rally at I. A. F. Sports Ground, New Delhi, on January 27 is seen here awarding the "Turn out" competition trophy to Tapan Borua of J. B. College at the end of the function.

J. B. College Music Team which participated in the I.C. Music Competition, held at Nowgong in 1954.





Ist Row ( from left to right). S. Ansari, Ivy Borua, Prof. B. K. Misra ( i/c, Music Dept. ). S. Borthakur and A. Bhattacharjya.

2nd Row ( from L to R ). B Neog ( Music Secy ) P. Sarma, B Goswami. J. Rajkhowa. Z. Gohain and N. Bezborua.

Social Service Workers in road construction.









Miss Bijoya Thakur of our College won the 'Best Woman Athlete Cup' of I. C. Sports Festival held at Gauhati in January this year.

J. B. College Team in I. C. Sports Festival, Gauhati, '55.





Sitting ( L. to R. ) Minati Hazarika, Bijoya Thakur and Nibedita Borua.
Sitting ( L. to R. ) S. Ahmed, Miss Prema Sarma, Prof. J. Bharali, Prof. H Baisya, K. Barua and L. Tamuli.
Standing ( L. to R. ) P. Sarma, N. Hazrrika, P. Neog, H. Dutta, K. Patir, A. Rora, N Ahmed,—S H. Rahman and A. Bhattacharjya
( participated in I. C. Debating Competition ) P. Sarma & T. Ahmed.

J. B. College T. T. Team Champion of I. C. Competition, Jorhat.
1955.





Sitting from left—
K. Sarma, Dulal Dutta ( Captain ) Bhola Hazarika ( Common Room Secy )
Biren Barua.

Standing from left—
Tapan Barua and Pronab Barua, On ground Someswar ( Bearer ).

# JAGANNATH BAROOAH COLLEGE MAGAZINE.

15th Issue.

1955.

## *—English Section—*



The real object of education is to give children resources that will endure as long as life endures; habits that time will ameliorate, not destroy; occupation that will render sickness tolerable, solitude pleasant, age venerable, life more dignified and useful, and death less terrible.

*—Sydney Smith.*

EDITOR :— **Syed Hasinur Rahman**

# Mass and Energy, Time and Space.

Prof Troilokya Nath Goswami
( Head of the Dept, Chemistry )

Every questing mind all over the world, is quite conscious of the great contribution to the modern science by Dr Alfred Einstein and the philosophical import of his theories. His scientific theory brings along with it a philosophical system which augments and brings the philosophical reflection of Locke, Berkeley and Hume and those of our great Indian thinkers and philosophers to the clear light Science developed and attracted the people because of its contributions to human welfare and comfort; but science cannot stop at that. If the aim of science is to acquaint us with the world we live in, if the aim of science is to make humanity aware of the vastness and complexities of the universe, if the aim of science is to show the ways to know the unknown, to resolve the mystry of this universe then the contribution of Dr. Einstein must be regarded as the loftiest attempt in that direction. Dr. Einstein himself says. "The most beautiful and most profound emotion we can experience is the sensation of the mystical. It is the power of true science............to know that what is impenetrable to us really exists menifesting itself as the highest wisdom and the most radiant beauty which our dull faculties can comprehend only in their most primitive forms—this knowledge, this feeling is at the centre of true religiousness."



To most of us Dr. Einstein appears to be a great mathematician and a great philosopher, whose mathematics we cannot understand whose philosophy we cannot comprehend. More interested amongst us may also know that he had something to do with the production of atom-bomb, that he secured the Nobel Prize because of his work on Photo-electric effect, that he has given us the theory of Relativity and that, now every aspect of the Philosophy of Science has been changed as a consequence of his investigations.

Whenever we think of him our heads bow down in reverence

to the genius of this great Scientist and philosopher ; but it is our incumbent duty to try our best, to understand and realise what he left for us. He has left us but what he left behind for us will always remind humanity of his greatness. It is certain that people of the coming age who will be able to adapt themselves to his concept of time and space, will surely realise the full import of his theory, but we of the present time should try even with our dull faculties to understand what he has left for us.

Relativity asserts that the mass of a moving body is not constant. When the velocity of the body increases its mass increases. In ordinary experiences this increases in mass is so small that with our instruments and our senses it is not possible to detect it. So scientists could not detect this ; but this increase in mass becomes quite perceptible when bodies can acquire velocity nearly equal to that of light

Atomic physicists have shown that this view of Dr. Einstein is an empirical fact. In a powerful electrical field electrons move with high speed, Radio active substances eject beta-particles which move with enoromous speed. Their speed attains the vicinity of that of light. From calculations they have seen that increase of mass actually takes place and super energy machines are designed accordingly. From this principle of relativity of mass, Dr. Einstein deduced another conclusion. This conclusion has a still more profound bearing. What is his conclusion ? Let us take the example of a moving body. When the speed of the body increases its mass also increases. Since speed, i.e. motion is a form of energy, then the increase of speed gives the body increased energy. Therefore the increase of mass is due to this increase of energy else whence this increased mass can come ? Hence energy is equivalent to mass, i.e. mass is energy and energy is mass. This fact which was expressed by Einstein in his famous equation $E=mc^2$ is of tremendous importance so far the development of the atom-bomb is concerned. Thus from his equation we know that the energy content of a particle of matter is equal to the mass of the body multiplied by the square of the velocity of light ( centimetre per second ). To make it clear let us take a

concrete value, thus if about two pounds of coal are converted entirely into energy, that will supply 25 billion kilowatt hours of electricity. This amount of electricity, it is said, can be generated by all the power plants in two months time, in the U. S. Further it provides answers to many intricate problems of physics. What are these problems? Radio active substances like radium uranium eject particles at great velocities and go on doing so for years. Sun and the stars radiate light and heat energy for billion years, yet they have not died. This is so because mass and energy are equivalent and one can pass into the other under certain conditions. Further it also tells us that huge amount of energy resides in the nucleus of atoms. It can also predict what amount of uranium must be taken to prepare an atomic bomb which will liberate as much of energy as will be required to destroy a country. So we may now safely conclude that matter and energy are interchangeable. When matter travels with the speed of light it becomes energy and mass disappears and when energy becomes inert its mass we call matter. In 1945, July 16, at New Maxico man for the first time transformed a substantial quantity of matter in to light, heat, sound and motion which we call energy.

Now let us try to understand his concept of space. With our sense experiences, we can say whether two solid bodies are placed at a distance from one another or they touch one another. When we think of the solid bodies in this way we are aware of their special relations If the two bodies touch one another, another body cannot be placed in between them, if they are at a distance then a new body may be placed in between them without altering the spatial relations of the two bodies. These spatial relations are evidently real just as the solid bodies are real. For filling such an interval if we have two bodies of equal value, they will prove to be of equal value for filling in any such interval.

So in this way we see that space becomes evident to us, because it contains solid bodies, we know their spatial relations and interval between them. Space then becomes something real. In Euclid's geometry, this concept of space is not there. Descartes for the first time introduced the concept of

